# অসমীয়া ভাষাৰ ওজা
# হেমচন্দ্ৰ বৰুৱা

প্ৰণেতা ঃ
শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী, এম এ, বি-টি
নতুন পাৰা
যোৰহাট - ৭৮৫০০১

প্ৰকাশক ঃ
হেমকোষ প্ৰকাশন
মণিৰাম দেৱান পথ, চান্দমাৰী
গুৱাহাটী ৭৮১০০৩

**Asamiya Bhasar Oja Hemchandra Barua** - a biography of lexicographer Hemchandra Barua, written by Prof. Jatindranath Goswami, Jorhat and published by Sri Debananda Barua, Hemkosh Prakashan

অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ঃ
প্ৰণেতা
**শ্ৰীযতীন্দ্ৰনাথ গোস্বামী**

প্ৰথম প্ৰকাশ ঃ ১৯৮৫
দ্বিতীয় প্ৰকাশ ঃ ১৯৯৮

**Price :** Rupees twenty five only

**মুদ্ৰণ ঃ** প্ৰিণ্টিং উদ্যোগ
বামুণীমৈদাম
গুৱাহাটী ৭৮১০২১

# সূচী-পত্ৰ


| | |
|---|---|
| আৱাহন | ১ |
| বিশ্বপ্ৰবাহ | ৩ |
| বনিকৰ ৰাজদণ্ড | ৪ |
| অসমৰ বেলিমাৰ | ৫ |
| এলাগী মাতৃভাষা | ৭ |
| বঙ্গৰ নৱজাগৰণ | ৯ |
| যুগসন্ধি | ১১ |
| হেমচন্দ্ৰৰ বংশ পৰম্পৰা | ১৭ |
| জন্ম-বাল্যকাল | ২১ |
| প্ৰশাসন ব্যৱস্থা | ২৬ |
| শিক্ষা আৰু শিক্ষা-নবিচ | ৩০ |
| জীৱিকা | ৩৮ |
| পাৰিবাৰিক জীৱন | ৪২ |
| বাসস্থান | ৪৭ |
| নুমাল চন্দ্ৰৰ ভাতি | ৪৮ |
| হেমচন্দ্ৰ মানুহজন | ৫১ |
| অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম : আদি পৰ্ব্ব | ৬১ |
| সমাজ-বিপ্লৱী | ৭৩ |
| আসাম নিউচ্ | ৮৭ |
| তেওঁৰ ৰচনাৱলী | ৯৯ |
| অসমীয়া ব্যাকৰণ | ১০১ |
| অসমীয়া ভাষাৰ অভিধানৰ কথা | ১০৬ |
| হেমকোষ | ১০৯ |
| হেমকোষ প্ৰকাশৰ ব্যৱস্থা | ১১৬ |
| পঢ়াশলীয়া অভিধান | ১২৩ |
| সাহিত্য | ১২৬ |
| ইংৰাজী পুথি | [illegible] |
| পাঠ্য পুথি | [illegible] |
| অসমীয়া ভাষাৰ আদি পাঠ | ১৪০ |

গদ্য-ৰীতি ১৫০
সামৰণ ১৬৩
গ্ৰন্থসূচী ১৬৮
কবি হেমচন্দ্ৰ বৰুৱা ১৭১
স্বৰ্গযাত্ৰা ১৭৩
ব্ৰন্সনৰ অভিধানৰ আৰ্হি ১৭৮
অসমীয়া হেমকোষৰ আৰ্হি ১৮১
হেমচন্দ্ৰ বৰুৱাৰ হস্তাক্ষৰ ১৮৩
পাতনি ১৮৪
ভালকৈ মন দি পঢ়ি মনত ৰাখিবলগীয়া কথা ১৮৭
উচ্চাৰণ ১৯১
উচ্চাৰণৰ চিন বিলাক ১৯৩
শব্দবিলাকৰ অৰ্থৰ চিন ১৯৪
অপভ্ৰংশ শব্দ ১৯৫
লিঙ্গ ১৯৬
পৰিশিষ্ট ঃ—
হেমকোষৰ প্ৰসঙ্গত চিঠিপত্ৰ ১৯৮
অসমীয়া ভাষা পুনৰ প্ৰচলনৰ নিৰ্দেশ ২০৫
পাঠ্যপুথি প্ৰণয়নৰ ব্যৱস্থা ২১২
বঙালি পণ্ডিত ৰমেশচন্দ্ৰ দত্তৰ অভিমত ২১৪
'ৱ' আমাৰ প্ৰচলন বিষয়ক চিঠিপত্ৰ ২১৬
চিফ কমিচনাৰলৈ লেখা এখন চিঠিৰ উদ্ধৃতি ২১৮
অসম সচিবালয়ৰ পত্ৰৰ উদ্ধৃতি ২২০
অসম সচিবালয় চিঠিৰ উদ্ধৃতি ২২১
চীফ কমিচনাৰৰ সচিবৰ চিঠিৰ শেষৰ অংশ ২২২
হেমচন্দ্ৰ বৰুৱাৰ আন এখন চিঠি ২২৪
হেমচন্দ্ৰ বৰুৱাৰ আদিপাঠ নিৰ্ব্বাচিত ২২৯
হেমচন্দ্ৰ বৰুৱাই কানি আয়োগলৈ পঠোৱা টোকা ২৩১
চৰকাৰী টোকাত আসাম নিউচ'ৰ উল্লেখ ২৩৩
[illegible]মীয়া ভাষা চলাৰ বৃত্তান্ত ২৩৪
[illegible]চন্দ্ৰ বৰুৱাৰ স্মৃতি ফলক ২৪০
শুধৰণী ২৭

# পাতনি

আভিধানিক হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে সৰ্বেশ্বৰ শৰ্মা কটকীয়ে প্ৰথমতে ১৯২৭ চনত 'হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত' ৰচনা কৰে। আমিও ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ এখন জীৱনী ৰচনা কৰাৰ কথা চিন্তা কৰি আছিলোঁ। সাময়িক পত্ৰিকাত হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে ওলোৱা প্ৰবন্ধ পাতিয়েও আমাক এই কামত আগ বাঢ়িবলৈ প্ৰেৰণা দিয়ে। আমাৰ সঙ্কল্প বাস্তৱত ৰূপ দিয়াৰ উদ্দেশ্যে আমি সমল আহৰণৰ কাৰণে প্ৰবীন সাহিত্যিক বেণুধৰ শৰ্মাৰ কাষ চাপো, কিন্তু ভগ্ন স্বাস্থ্যৰ বাবে তেখেতৰ পৰা বিশেষ সহায় নেপালোঁ।

হেমচন্দ্ৰ বৰুৱাৰ বংশৰ বিখ্যাত ব্যৱসায়ী শ্ৰীদেৱানন্দ বৰুৱাই এই জীৱনীখন প্ৰকাশ কৰাৰ কাৰণে আমি তেওঁক ধন্যবাদ জনালোঁ। নিজে আহি-কাকত চাব নোৱাৰাৰ বাবে অনেক ভুল হৈ গ'ল। তাৰ কাৰণে যেন পাঠকসকলে আমাক ক্ষমা কৰে।

"অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা" জীৱনীখনে সহৃদয় পাঠকবৰ্গৰ সমাদৰ লাভ কৰিলে আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিব পাৰিম।

ইতি

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
ফেব্ৰুৱাৰী, ১৯৮৫

ব'দালি
নতুন পাৰা
যোৰহাট-৭৮৫০০১



স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা

জন্ম—২৪ আঘোণ, শক ১৭৫৭।

মৃত্যু—৭ বহাগ, মঙ্গলবাৰ, কৃষ্ণা প্ৰতিপদ তিথি, শক ১৮১৮।

# আৰম্ভণ

"হেমৰ কোঁৱৰে ওখ দৌল বান্ধি,
ভাষাক সাৰথি ধৰি,
সুনাৰ লগীয়া অসমীয়া নাম
ৰাখিলে জিলিকা কৰি।"

প্রবীন সাহিত্যিক পদ্মনাথ গোহাঞি বৰুৱাই (১৮৭১-১৯৪৬ খ্রীঃ) অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ সাহিত্যিক বৰঙণি স্মৰণ কৰি যি শ্ৰদ্ধাঘ নিবেদন কৰিছে তাক হৃদয়ঙ্গম কৰিবলৈ হলে হেমচন্দ্ৰ আৰু তেওঁৰ সময়ৰ কথাও বিচাৰ বিশ্লেষণ কৰাৰ প্ৰয়োজন।

হেমচন্দ্ৰ বৰুৱাক আধুনিক অসমীয়া সাহিত্যৰ এজন বাটকটীয়া বোলা হয়। তেওঁ অসমীয়া ভাষাৰ গুৰিয়াল আৰু অসমীয়া শব্দাৱলীৰ আউল-ভাঙোতা; আৰু অসমীয়া লেখকে হাতত কাপ তুলি লৈ এবাৰ যাৰ নাম সোঁৱৰণ নকৰাকৈ নেথাকে, সেইজন শক্তিশালী লেখকে ৰক্ষণশীল সমাজত জন্ম গ্ৰহণ কৰি যুগৰ নতুন ধ্যান-ধাৰণাক স্বাগত জনাই অসমীয়া গোড়া সমাজক জোকাৰ দিয়াৰ উপৰি অসমীয়া ভাষা আৰু সাহিত্যক যুগৰ উপযোগী কৰিলে।

তেওঁৰ পূৰ্ব্বে স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনে (১৮২৯-১৮৫৯ খ্রীঃ) অসমৰ উন্নতিৰ সঙ্কেত দিয়াৰ উপৰি অসমীয়া ভাষা পুনৰ প্ৰচলনৰ বাবে আপ্ৰাণ চেষ্টা কৰিলে আৰু প্ৰকৃতাৰ্থত তেৱেঁই আধুনিক অসমীয়া সাহিত্যৰ নতুন অধ্যায়ৰ

সূচনা কৰিলে।

যি সময়ত অসমৰ গৌৰৱ-ৰবি অস্তমিত হৈ মানৰ আক্ৰমণত দেশবাসীৰ চৰম দুৰ্দ্দশা হৈছিল আৰু যি কালত ইংৰাজে ত্ৰিছুৰ মানৰ কৱলৰ পৰা অসমীয়া মানুহক উদ্ধাৰ কৰি এই দেশৰ গৰাকী হৈ শাসন-কাৰ্য্য চলাবৰ কাৰণে বঙ্গদেশৰপৰা বঙালী আমোলা আনি অসমীয়া ভাষাৰ সলনি বঙলা ভাষা প্ৰৱৰ্ত্তন কৰিলে, তেনে এক সংক্ৰান্তি কালত হেমচন্দ্ৰৰ নিচিনা ব্যক্তিৰ আবিৰ্ভাৱৰ ঐতিহাসিক গুৰুত্বও নোহোৱা নহয়। অসমীয়া ভাষা যে বঙলা ভাষাৰ অপভ্ৰংশ নহয়, সেইকথা বিজ্ঞানসম্মতভাৱে বিশ্লেষণ কৰি প্ৰত্যয় নিয়াবলৈ হেমচন্দ্ৰৰ নিচিনা এজন ব্যক্তিৰ আৱশ্যক হৈছিল। তেৱেঁই মিছনেৰী সকলৰ বৰ্ণ-বিন্যাস পদ্ধতিৰ কিছু সংস্কাৰ সাধন কৰি অসমীয়া গদ্য ৰচনাৰ বাট দেখুৱালে।

তেওঁ অসমীয়া ভাষাৰ ওজা। অসমীয়া সাহিত্যৰ ইতিহাসত হেমচন্দ্ৰ এটা অবিস্মৰণীয় নাম। অসম গগণ ক'লা ডাৱৰে ঢাকি ধৰা আৰু অসমীয়া মানুহে সৰ্ব্বস্ব হেৰুৱাই নিৰুৎসাহ হোৱা কালত, তেওঁ পোহৰৰ সন্ধান দিলে; মোহস্বপ্নৰ সুষুপ্তিৰ পৰা বাস্তৱৰ সৈতে সমুখা-সমুখি হবৰ কাৰণে সাহস দিলে। গতিকে আমাৰ জাতীয় বীৰ হেমচন্দ্ৰক চিনি পাবলৈ হলে, তেওঁৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ মূল্যায়ণ কৰিবলৈ হলে আমি সেই কালৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক পটভূমিৰ কথাও বিচাৰ-বিশ্লেষন কৰি চাব লাগিব।

# বিশ্বপ্ৰবাহ

অষ্টাদশ শতিকাৰ শেহৰফালে পৃথিৱীব্যাপী কিছুমান ঘটনাই বিশ্ব-ইতিহাসৰ বৈপ্লৱিক পৰিবৰ্ত্তন সাধন কৰিলে। অষ্টাদশ শতিকাৰ মাজভাগৰপৰা উত্তৰ আমেৰিকাৰ অধিক অংশ ইংৰাজৰ অধীন হ'ল। অন্যায় আইনৰ দ্বাৰা আমেৰিকাৰ বাণিজ্য নষ্ট কৰিবলৈ উদ্যোগ কৰোতে ইংলণ্ড আৰু আমেৰিকাৰ ভিতৰত মনোমালিন্যৰ সৃষ্টি হোৱাত আমেৰিকাই ১৭৭৬ খ্ৰীষ্টাব্দত স্বাধীনতা ঘোষণা (ক) কৰে আৰু সাত বছৰৰ মূৰত স্বাধীনতাৰ যুদ্ধ শেষ হলত ১৭৮৩ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জন্ম হয়। ১৭৮৯ চনত সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ বাণী বহন কৰা ফৰাচী বিপ্লৱৰ লেলিহান দীপশিখা জ্বলি উঠে; আৰু ইয়াৰ ফলত ইউৰোপৰ পৰাধীন জাতিসমূহৰ স্বাধীনতাৰ স্পৃহা আৰু অত্যাচাৰী ৰাজতন্ত্ৰৰ সলনি গণতন্ত্ৰ স্থাপনৰ আকাঙ্ক্ষা অঙ্কুৰিত হয়। ১৭৯২ চনত ফ্ৰান্সত সাধাৰণতন্ত্ৰ প্ৰতিষ্ঠা হয়। [illegible] সম্ৰাট নেপোলিয়ন বোনাপাৰ্টৰ (১৭৬৯-১৮২১ খ্ৰী) উত্থান-পতন বিশ্ব-ইতিহাসৰ এটা তাৎপৰ্য্যপূৰ্ণ ঘটনা। তেওঁৰ পতনৰ পিছত বিজয়ী মিত্ৰশক্তিয়ে ভিয়েনা সন্ধি (১৮১৫) গ্ৰহণ কৰে। সেই সন্ধিৰ সৰ্ত্ত অনুসাৰে জাৰ্মান ৰাষ্ট্ৰসঙ্ঘ গঠিত হয়। বৰ্ত্তমান শতিকাত যিজনৰ চিন্তাধাৰা আৰু ৰাজনৈতিক দৰ্শনে পৃথিৱীত আলোড়নৰ সৃষ্টি কৰিছে সেই কাৰ্ল মাৰ্ক্সৰ (১৮১৮-১৮৮৩ খ্ৰীঃ) জন্ম ও উনবিংশ শতিকাৰ আগভাগত।

---

(ক) "The Declaration of Independence was, of course, one of the decisive revolutionary acts in the world's history, as complete a break with the past as the " French Revolution. " —Stephen Spender : Love—Hate Relations, 1974

# বণিকৰ ৰাজদণ্ড

১৬০০ খৃষ্টাব্দত ইংলণ্ডত স্থাপিত ইষ্ট ইণ্ডিয়া কোম্পানী নামৰ বণিক সঙ্ঘই মোগলসকলৰ ৰাজত্বকালত ভাৰতত ব্যৱসায়ৰ সুবিধা লাভ কৰি পোনতে চুৰাট নগৰত (১৬১০খৃঃ) কুঠি স্থাপন কৰে। ১৬৪০ খৃষ্টাব্দত সেই কোম্পানীয়ে ব্যৱসায় চলাবৰ অৰ্থে মাদ্ৰাজত এটা দুৰ্গ নিৰ্ম্মাণৰ অনুমতি পায়। ১৬৬১ চনত ইংলণ্ডৰ ৰজা দ্বিতীয় চাৰ্লচে বোম্বাই দ্বীপটো যৌতুক স্বৰূপে পায়। ১৬৯৮ চনত জব চাৰ্ণকে কলিকতা আৰু হুগলীত ব্যৱসায় বিস্তাৰৰ অনুমতি পাই কলিকতা, গোবিন্দপুৰ আৰু সুতানুটী এই তিনিখন গাৱঁৰ জমীদাৰী-স্বত্ব ক্ৰয় কৰে। মোগল সম্ৰাট আওৰঙ্গজেবৰ মৃত্যুৰ (১৭০৭) পিছত মোগল সাম্ৰাজ্যৰ অধীনৰ শাসকবৰ্গই নিজ নিজ স্বাধীনতা ঘোষণা কৰে। ১৭৫৭ চনত পলাচীৰ যুদ্ধত ৰবাৰ্ট ক্লাইৰে বঙ্গৰ নবাব চিৰাজউদৌলাক পৰাস্ত কৰি আৰু ১৭৬৫ চনত ক্লাইৰে দিল্লীৰ বাদছাহ ছাহ আলমৰপৰা বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী লাভ কৰি ক্ৰমে উত্তৰ পূৰ্ব্বাঞ্চলত আধিপত্য বিস্তাৰ কৰে; ভাৰতত ইংৰাজ শাসনৰ এয়ে সূত্ৰপাত। ভাৰতৰ শাসন-ব্যৱস্থাত হস্তক্ষেপ কৰাৰ উদ্দেশ্যে ১৭৭৩ চনত বৃটিচ পাৰ্লিয়ামেণ্ট ৰেগুলেটিং এক্ট গ্ৰহণ কৰে। ১৭৮৪ চনৰ পিটৰ ভাৰত-শাসন সংস্কাৰক আইন ভাৰতৰ নিয়মতন্ত্ৰৰ দ্বিতীয় সোপান। ১৮১৩ চনত নতুন চনদ দিয়াৰ সময়ত বৃটিচ পাৰ্লিয়ামেণ্ট কোম্পানীৰ একচেতীয়া ব্যৱসায়ৰ অধিকাৰ তুলি দিয়ে আৰু ভাৰতত শিক্ষা-বিস্তাৰৰ ব্যৱস্থা গ্ৰহণ কৰে। ১৮৩৩ চনত চনদ দিয়াৰ সময়ত ইংলণ্ডৰ পাৰ্লিয়ামেণ্টে ভাৰত-শাসনত অধিক হস্তক্ষেপ কৰে আৰু জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্ব্বিশেষে

ভাৰতীয়সকলক যোগ্যতা অনুসাৰে শাসন-কাৰ্য্যত নিয়োগৰ নিৰ্দ্দেশ দিয়ে। ১৮৫৮ খ্ৰীষ্টাব্দত ভাৰত শাসন আইনৰ দ্বাৰা ভাৰতৰ শাসনভাৰ কোম্পানীৰ হাতৰপৰা মহাৰাণী ভিক্টোৰিয়াৰ হাতলৈ যায়। এই বছৰত বঙ্গৰ গৱৰ্ণৰ-জেনেৰেলক ভাৰতবৰ্ষৰ গভৰ্ণৰ-জেনেৰেল আখ্যা দিয়া হয়। ১৮২২ চনৰ আইন অনুসৰি কোচবিহাৰৰ কমিচনাৰ ডেভিড স্কট্ গভৰ্ণৰ-জেনেৰেলৰ উত্তৰ-পূব প্ৰদেশৰ এজেণ্ট নিযুক্ত হয়।

## অসমৰ বেলিমাৰ

মোৱামৰীয়া গণবিপ্লৱক সমূলি নাশ কৰিব নোৱাৰি স্বৰ্গদেৱ গৌৰীনাথ সিংহই (১৭৮০-৯৫ খ্ৰীঃ) ইংৰাজৰ সহায় বিচৰাত ভাৰতৰ গভৰ্ণৰ-জেনেৰেল লৰ্ড কৰ্ণৱালিচে ১৭৯২ খ্ৰীষ্টাব্দত কেপ্তেইন ৱেলচৰ অধীনত এটা ফৌজ অসমলৈ পঠিয়ায়। নামনি অসমত বিদ্ৰোহ দমন কৰি তেওঁ ৰংপুৰ নগৰ (১৭৯৪ খ্ৰীঃ) মোৱামৰীয়াৰ হাতৰপৰা উদ্ধাৰ কৰে, আৰু দেশত আফুখেতিৰ প্ৰচলন কৰি অসমৰ পৰাধীনতাৰ পথ চিকণাই দিয়ে। "কাপ্তান ওৱেলস্ চাহাব গুৱাহাটী পাই দ্ৰোহ নিবাৰণ কৰি থাকোঁতেই তাত জহনী ৰোগ হয়। এনে প্ৰবাদ আছে বোলে তাৰ পূৰ্ব্বে ই দেশত এই ৰোগ নাছিল। এই ৰোগতে দেশৰ ভগনীয়া আৰু তাত থকা অনেক লোকৰ মৰণ হয়" (পৃঃ ১১৫) ইয়াৰ পিছত মানৰ তিনিবাৰ আক্ৰমণে (১৮১৭, ১৮১৯ আৰু ১৮২১ চন) অসমক জুৰুলা কৰিলে। "মানে ৭/৮ বছৰ লাগী নিছিগাকৈ জুলুম কৰি অসমদেশক এখন মৰিশালি কৰি পেলালে; অসমীয়া মানুহে

গোৰ বুলিবলৈ সেই মহিশালিত হাড়, মুৰ, চাই, খোলাৰ বাহিৰে একো নেথাকিল" (পৃঃ ১২৬) অসম অধিকাৰ কৰি মানে ইংৰাজৰ অধীনৰ ঠাইবোৰ আক্ৰমণ কৰাত ইংৰাজে মানৰ বিৰুদ্ধে ১৮২৪ খৃষ্টাব্দৰ ৫ মাৰ্চ্চত যুদ্ধ ঘোষণা কৰি আগবাঢ়ি আহে। গৱৰ্ণৰ-জেনেৰেলৰ এজেণ্ট ডেভিদ স্কটৰ অধীনত এটা দলে সেই বছৰ ২৮ মাৰ্চ্চত গুৱাহাটী অধিকাৰ কৰে আৰু এটা দলে মানহঁতক নগাঁৱত যুঁজত পৰাস্ত কৰে। 'কলিয়াবৰলৈকে মানৰ আধিপত্য গুছি কোম্পানীৰ অধিকাৰ' হ'ল। পিছৰ বছৰ কৰ্ণেল ৰিচৰ্ডচে আগবাঢ়ি গৈ ২৫ জানুৱাৰীত গৌৰীসাগৰত 'ছাউনী কৰিলে' আৰু ২৯ জানুৱাৰী তাৰিখে তেওঁ ৰংপুৰৰ ওচৰত হোৱা যুদ্ধত মানহঁতক সমূলি পৰাস্ত কৰিলে। কেপ্তেইন নিউবিলে চিংফৌবিলাকক দমন কৰে। "পাছে ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত ব্ৰহ্মদেশ সইতে ইয়াণ্ডাবুত কোম্পানীৰ সন্ধি হয়। সেই অনুসাৰে আৰাকান, মটীবান, টেনাসৰীম আৰু অসম এই কেইখন দেশ ব্ৰহ্মাৰজাই কোম্পানীক স্বত্ব ত্যাগ কৰি দিয়ে। সি সন্ধিপত্ৰ অনুসাৰেই ব্ৰিটিশ গভৰ্ণমেণ্টে এই দেশ অধিকাৰ কৰিছে" (পৃঃ ১৫৯-৬০)১ এইদৰে অসম ইংৰাজৰ অধীনলৈ আহিল।

অসম ইংৰাজৰ অধীন হলেও অসমীয়া মানুহে সহজভাৱে পৰাধীনতা মানি লব পৰা নাছিল। ইংৰাজে আওপকীয়াকৈ এই দেশলৈ পাইক প্ৰথা তুলি দিয়াত সম্ভ্ৰান্ত পৰিয়ালবোৰ বিতুষ্ট হ'ল। গুপুত স্বাধীনতা পুনৰুদ্ধাৰৰ প্ৰচেষ্টা চলিল। এই প্ৰচেষ্টা আৰম্ভ কৰিলে গমধৰ কোঁৱৰে ১৮২৮ চনত। কিন্তু সেই চেষ্টা ব্যৰ্থ হল, আৰু তেওঁ কাৰাদণ্ড ভোগ কৰিব লগা হয়। ১৮৩০ চনত জীউৰাম ডুলীয়া বৰুৱা, পিয়লি ফুকন, ৰূপচন্দ্ৰ কোঁৱৰ আদিয়ে দ্বিতীয়বাৰ সেই চেষ্টা আৰম্ভ কৰিলে. কিন্তু

তেওঁলোক সফল নহ'ল। জীউৰাম ঢুলীয়া বৰুৱা আৰু পিয়লি ফুকনৰ ফাঁচী হ'ল আৰু কেইজনমান সহকৰ্ম্মীৰ নিৰ্ব্বাসন দণ্ড হ'ল। এয়া চিপাহী বিদ্ৰোহৰ (১৮৫৭) পূৰ্ব্বকালৰ কথা।

## এলাগী মাতৃভাষা

ইংৰাজে অসম লোৱাৰ পিছত কিছুকাল প্ৰশাসনীয় কাৰ্য্য অসমীয়া ভাষাৰে চলিছিল; কিন্তু সোনকালেই সেই প্ৰশাসন যন্ত্ৰৰ সহায়ক হিচাবে অনা বঙ্গদেশৰ আমোলাসকলে 'যন্ত্ৰৰ কাণত মন্ত্ৰ দিলে' তথা প্ৰশাসক-সকলক বুজাই দিলে যে অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ মাথোন। শাসকবৰ্গই সেই কথাত পতিয়ন গৈ ১৮৩৬ চনত অসমীয়া ভাষাক 'আদালতৰপৰা ৰাজ কৰি তাৰ ঠাইত বঙলা ভাষাক বহুৱালে।' সেইমতে অসমৰ আদালত আৰু পঢ়াশালিত বঙলা ভাষা চলিবলৈ ধৰে। 'অসমীয়াই মাতৃ-স্তনৰ স্বাভাৱিক ক্ষীৰধাৰা পান' কৰাৰপৰা বঞ্চিত হৈ এটা 'বিদেশী' ভাষাত শিক্ষা গ্ৰহণ কৰিবলগীয়া হোৱাত স্বাভাৱিকতে শিক্ষাৰ গতি মন্থৰ হৈছিল। এই প্ৰসঙ্গত হেমচন্দ্ৰ বৰুৱাই নিজৰ বেদনা প্ৰকাশ কৰিছে—"উল্লিখিত সময়ত অসমত বঙালী ভাষাৰ বৰ আদৰ আছিল, মাতৃভাষাক সকলোৱে ঘিনাইছিল। স্কুলত বঙ্গালী, কাছাৰীত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল; সকলোৱেই বঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল। অৱশ্যেময়ো এই নিয়মৰ বাহিৰ নাছিলোঁ।" সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই কৈছে, "ক, খ, লেখিব-পঢ়িবলৈ শিকাৰ

পিছত, মদনমোহন তর্কালঙ্কাৰৰ বঙ্গলা 'শিশুশিক্ষা' প্ৰথম ভাগ মোক দিয়া হ'ল; কাৰণ সেই কালত দেশাধিকাৰসকলৰ বিপৰীত বুদ্ধিৰ বলত বঙ্গলা ভাষাহে অসমৰ বিদ্যালয়বোৰত শিকোৱা হৈছিল; অসমীয়াৰ আচল মাক অসমীয়া ভাষাই বৰকৰ্ণাৰতহে ঠাই পাইছিল আৰু বিদেশিনী বঙ্গলা ভাষাই আইৰ ঠাই অধিকাৰ কৰি লৈ শিশুবোৰৰ মুখত মাতৃস্তনৰ সলনি 'ফিডিং বটল্', অৰ্থাৎ গাখীৰৰ কল দি সিহঁতক 'কাল কাক, ভাল নাক' শিকাই তেওঁৰে সতে 'খিলি খাই, মিলি যাবলৈ' কৈছিল।"

"এই দেশৰ স্কুল আৰু আদালতত অসমীয়া ভাষা পুনৰ প্ৰচলনৰ কাৰণে স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনে অহোপুৰুষাৰ্থ কৰিলে। তেওঁ পুথি লিখি প্ৰমান কৰি দেখুৱালে যে অসমীয়া ভাষা বঙলা ভাষাৰপৰা সম্পূৰ্ণ পৃথক, ইয়াৰ স্বকীয়া সাহিত্য আছে। অসমত যিশু খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰিবলৈ অহা আমেৰিকান বেপটিষ্ট মিছানাৰীসকলে উপলব্ধি কৰিলে যে অসমীয়া ভাষাৰ জৰিয়তে প্ৰচাৰ-কাৰ্য্য নচলালে তেওঁলোকৰ প্ৰচেষ্টা বৰ বেছি সফল নহব পাৰে। সেইকাৰণে তেওঁলোকে অসমীয়া ভাষাত প্ৰচাৰ-পুস্তিকা প্ৰণয়ন আৰু অন্যান্য পুথিও ৰচনা কৰে। ইয়াৰ আগতে বঙ্গৰ শ্ৰীৰামপুৰৰ মিছন সমাজে কলিয়াবৰৰ আত্মাৰাম শৰ্ম্মাৰ হতুৱাই বাইবেল অনুবাদ কৰাই ১৮১৩ চনত প্ৰকাশ কৰে। অৰুণোদই যুগত বঙলা লিপিৰ প্ৰতি আগ্ৰহ বাঢ়ে। অসমীয়া পুথি মুদ্ৰনত অসমীয়া প্ৰাচীন লিপি ব্যৱহাৰ নকৰাত অসমীয়া সংস্কৃতি আংশিকভাৱে হলেও ভঁজুৱা হৈ পৰাৰ উপক্ৰম হ'ল।

# বঙ্গৰ নৱ-জাগৰণ

ইউৰোপৰ 'ৰেনেচাঁ', 'ৰিফৰ্মেচন', 'ৰেষ্টোৰেচন্' আৰু আধুনিকতাৰ প্ৰধান বৈশিষ্ট্যসমূহ উনবিংশ শতিকাৰ বঙালী-জীৱন আৰু বঙলা সাহিত্যত বিকাশিত হবলৈ আৰম্ভ কৰিলে। ৫ ইয়াক উনবিংশ শতিকাৰ 'ৰেনেচাঁ' বোলা হয়। এই কালত ভূগোল-বুৰঞ্জীৰ সীমা প্ৰসাৰিত হবলৈ ধৰিলে। ইংৰাজী সাহিত্যৰ জৰিয়তে শিক্ষাত বঙালীসকলে ইউৰোপৰ ক্লাচিক, ৰোমাণ্টিক আৰু আধুনিক সাহিত্যৰ সোৱাদ পালে। আধুনিকতাৰ বাণী সঞ্চাৰিত হোৱাত আত্মপ্ৰকাশৰ বাহন আৰু বিষয়-বস্তুৰ এক বিৰাট পৰিবৰ্ত্তন হবলৈ ধৰিলে। মুদ্ৰাযন্ত্ৰই ইউৰোপৰ ৰেণেচাঁক ত্বৰাম্বিত কৰাৰ দৰে এই শতিকাত বঙ্গত 'মুদ্ৰন-শিল্পৰ ক্ৰমপ্ৰসাৰৰ ফলত' 'চিন্তাশ্ৰয়ী মানৰঞ্জান' একে সময়তে গভীৰ আৰু ব্যাপক হ'ল। গতিকে উনবিংশ শতিকাৰ পুথিৰ (প্ৰাচীন) যুগৰ অৱসান আৰু মুদ্ৰন যুগৰ সূচনা এটা তাৎপৰ্য্যপুৰ্ণ কথা। অপ্ৰাসঙ্গিক হলেও উল্লেখ কৰিব পাৰি যে ডঃ উইলিয়ম কেৰী আৰু জচুৱা মাৰ্চমেনে ১৮১৩ চনত সম্পাদনা কৰা (খ) আৰু শ্ৰীৰামপুৰৰ মিছন প্ৰেছত মুদ্ৰিত বঙলা, সংস্কৃত আৰু ইংৰাজী অভিধানত

---

(ক) পৰিশিষ্টত এই 'ধৰ্ম্মপুস্তক'ৰ প্ৰথম পিঠিৰ আলোক-ছবি (ফটো.ষ্টেট কপি, দিয়া হৈছে। এই পুথিৰ ভাষা পৰৱৰ্ত্তী বেপটিষ্ট মিছনেৰী-সকলৰ ভাষাতকৈ উন্নত আৰু ক'তো আৰ নথকা।—লেখক

(খ) A Dictionary—Bengali, Sanskrit and English Carey and Marshman.

'ৰ'ৰ পৰিবৰ্ত্তে 'ৰ' আখৰটো পোৱা যায়। যেনে,—বেমাৰী, ৰাজ্যভাৰ, হেৰিতে ইত্যাদি। এই কাৰ্য্যত কলিয়াবৰৰ আত্মাৰাম শৰ্ম্মাও (যি পিছত খ্ৰীষ্টধৰ্ম্মত দীক্ষিত হৈছিল) জড়িত আছিল বুলি ভাবিবৰ থল নোহোৱা নহয়।

আধুনিক বঙ্গৰ শিক্ষা, ধৰ্ম্ম, সমাজ আৰু সংস্কৃতিৰ ক্ষেত্ৰত ৰাজা ৰামমোহন ৰায় (১৭৭৪-১৮৩৩ খ্ৰীঃ) এটা স্মৰণীয় নাম। তেওঁ একেশ্বৰবাদী তত্ত্বৰ দ্বাৰা বেদ-বেদান্ত আৰু উপনিষদক ৰূপান্তৰিত কৰি তদনুসাৰে জনচেতনাক প্ৰবাহিত কৰে; আৰু আধুনিক যুক্তিবাদী আৰু বৈজ্ঞানিক মনৰ দ্বাৰা বঙালীসকলক আগবঢ়াই নিয়াৰ দায়িত্ব যেন তেওঁ বহন কৰে। সতী-দাহ প্ৰথাৰ বিৰুদ্ধে আন্দোলন, জুৰীৰ বিচাৰ, পিতৃ আৰু স্বামীৰ সম্পত্তিত নাৰীৰ অধিকাৰ, পাশ্চাত্য শিক্ষাৰ সম্প্ৰসাৰণ আদি বিষয়ত তেওঁ পথিকৃৎ।৫ আধুনিক শিক্ষাৰ সম্প্ৰসাৰণ আৰু স্ত্ৰী-শিক্ষা প্ৰচাৰত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ (১৮২০-৯১ খ্ৰীঃ) বৰঙনি অত্যধিক। বিধবা-বিবাহ প্ৰচাৰ, বহু বিবাহ নিৰোধ আদি বিষয়ত তেওঁ বলীষ্ঠ নেতৃত্ব দিয়ে। তেওঁত যেন প্ৰাচীন 'বাঙালীয়ানা' আৰু 'চাহাবীয়ানা'ৰ বিস্ময়কৰ সমন্বয়'। ৰামমোহনে বঙালী মন-বুদ্ধিক গভীৰভাৱে জোকাৰ দি সেই জাতিৰ মূঢ়তা দূৰ কৰিবলৈ প্ৰয়াস কৰে; আৰু বিদ্যাসাগৰে বঙালী জাতিৰ চৰিত্ৰত প্ৰেম আৰু পৌৰুষক জাগ্ৰত কৰিবৰ চেষ্টা কৰে। দুয়োগৰাকী সমাজ-সংস্কাৰক আৰু বঙলা গদ্যৰ পৰিপুষ্টি সাধন—কৰোঁতা। ৰামমোহনে আৰম্ভ কৰা সমাজ-সংস্কাৰৰ আন্দোলন 'ইয়ং বেঙ্গল্' নামে পৰিচিত হিন্দু কলেজৰ প্ৰগতিপন্থী ছাত্ৰসকলে যথেষ্ট আগবঢ়াই লৈ যায়,

(৫) বাংলা সাহিত্যৰ সম্পূৰ্ণ ইতিহাস—শ্ৰীঅসিত কুমাৰ বন্দোপাধ্যায়।

আৰু এইদলে জ্ঞানান্বেষণ ( ১৮১৩ চন ) নামৰ এখন আলোচনী প্ৰকাশ কৰি আধুনিক জ্ঞান-বিজ্ঞান চৰ্চ্চাৰ সূত্ৰপাত কৰে। ৫

## যুগ-সন্ধি

অসমৰ স্বাধীনতাৰ গৌৰব-সূৰ্য্য অস্তমিত হোৱা কালত জৰ্জ্জৰিত, মুমূৰ্ষু আৰু আত্ম-বিস্মৃত অসমীয়া জাতিৰ চৰম দুৰ্যোগ উপস্থিত হয়। আত্ম-গ্লানিৰ বৰমাল্য পিন্ধি অসমীয়াই হতভম্ব আৰু স্তম্ভিত হৈ বিস্ময়-বিমোৰভাৱে চতুৰ্দ্দিকে অৱলোকন কৰিবলৈ ধৰে।

ৰাজনৈতিক পৰিবৰ্ত্তনৰ লগে লগে আৰ্থিক, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত আফলা তীব্ৰ হ'ল। "এফালে বৃটিচ জাতিয়ে দেশখন বৈয়ত কৰি পছিমীয়া সভ্যতাৰ আদৰ্শ এটা সুমুৱাবলৈ চেষ্টা কৰিছে আৰু ইফালে অসমীয়া সমাজৰ পুৰণি গঢ়-গতি, ৰেহ-ৰূপ, নীতি-নিয়ম—সকলো সলনি হৈ আহিছে"। ৬

"এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে সেই অন্ধ-যুগত মান-মৰাণৰ উৎপীড়ন আৰু ৰাজকীয় আত্ম-কলহৰ বিষ ক্ৰিয়াৰ পৰা নিষ্কৃতি দিওঁতা ইংৰাজসকল অসমৰ ত্ৰানকৰ্ত্তা হিচাপে পৰিগণিত হৈছিল। ··· খোৱা বস্তুৰ প্ৰাচুৰ্য্য আৰু চোৰ-ডকাইতৰপৰা নিৰাপদতা লাভ কৰি কৃতজ্ঞচিত্তে সমূহ ৰাইজে ইংৰাজ কৰ্ত্তৃত্ব মানি লৈছিল"। ৮

ইংৰাজসকলে ভূমি-পট্টন বিধিৰ সংস্কাৰ সাধন কৰি নতুন ধৰণে খাজনা তোলাৰ আৰু উদ্যোগ স্থাপনৰ অৰ্থে সুলভ মূল্যত

ভূমি বন্দৰস্তৰ ব্যৱস্থা কৰে। সাধাৰণ প্ৰশাসন আৰু ন্যায় বিচাৰৰ বাবে বিষয়া আৰু আইন-শৃঙ্খলাৰ বাবে পুলিচ বাহিনীৰ ব্যৱস্থা কৰে। "সমাজখন গঠিত হৈছিল ঘাইকৈ তিনি শ্ৰেণী মানুহৰ দ্বাৰাই—বিষয়া, হুজুৰা আৰু গুৰু-ঘৰীয়া। ৰজাঘৰীয়া বা চৰকাৰী বিষয়া মাত্ৰেই বিনয়া। সেই সকলেই ডাঙৰীয়া আৰু সেই সকলকে সম্বোধন কৰিবলগীয়া হৈছিল 'দেউতা' বুলি। বন্দী-বেটী উঠাই দিয়া হৈছিল যদিও, ১০০ বছৰৰ পূৰ্ব্বলৈকে বিষয়াৰ লগত ঘৰ বন্দীৰ সম্বন্ধ অভিন্ন আছিল। কাছাৰী বা মেলঘোৰানলৈ যাওঁতে মানী বিষয়াজনে ময়ূৰিপাগ বা তামৰজিয়া পাগ মাৰি গৈছিল; গাত এঙা বা চাপকণ চোলা পিন্ধিছিল, চোলাৰ ওপৰতে ফুলাম বনিয়া বা পাটৰ চেলেং এখন ছটিয়াই লৈছিল। ...কাণত লং কেৰু আৰু কঁকালৰপৰা তললৈ মুগাৰ বা পাটৰ চুৰিয়া পিন্ধিছিল। অ'লৈ—ত'লৈ যাওঁতে বা বিচাৰালয়লৈ যাওঁতে হাতী বা দোলাত উঠি গৈছিল। ৰাজদৰবাৰ চাবলৈ খোজ কাঢ়ি গলে, লগত আৰোৱান ধৰাই বকজাপি আৰু পিকদান ধৰাই পিকদান ধৰি গৈছিল। আদালতত কাম কৰা হাকিম সকলে আদালতৰ ভিতৰলৈকে লোটা, চৰিয়া, পিকদান, ধপাত খোৱা ঘূঘুৰী আৰু তামোল-লোৱা সজুলি লৈ গৈছিল। গুৱাহাটীৰ হলিৰাম ঢেকিয়াল ফুকন, শিৱসাগৰৰ আহোম-ডাঙৰীয়াসকল, যজ্ঞৰাম ডেকা বৰুৱা, কীৰ্ত্তিনাথ ফুকন আৰু মণিৰাম দেৱানকে মুখ্য কৰি একালৰ শিৰফুটা বিষয়া-ডাঙৰীয়াসকলক আমাৰ নীতি-নিয়ম বিৰোধী কিছুমান উদ্ধত ইংৰাজৰ ৰাজবিষয়াই অসমীয়া ধাৰণ-কাৰণ আৰু সাজ পাৰৰ বৈশিষ্ট্যৰ প্ৰতি মান-মৰ্য্যদ দেখুৱাব লগা হৈছিল।৬ এই প্ৰসঙ্গত উপেন্দ্ৰনাথ বৰুৱাই ইন্দীবৰ বৰুৱাৰ জীৱনীত লিখিছে, "সেই দিনত কাছাৰীত আমোলাসকল বহা তক্তাপোছ আৰু তাৰ ওপৰত তুলি পাটি পৰা আছিল। তাৰ

ওপৰত ডাঙৰ গাৰুত আউজি বা পেট তললৈ কৰি বা বহি আঠুত কাকত লৈ আমোলালোকে পাখিৰ বা খাগৰীৰ কাপেৰে বাৰে-বঙ্গলুৰা ভাষাৰে লিখা পঢ়া কৰি নিজ নিজ কৰ্ম চলাইছিল।

'ইংৰাজী পঢ়িলে জাত যায়'—এই ধাৰণাই সেই সময়ত বহুকৈ শিপাইছিল। সেই বাবে 'স্কুলে নিস্কুলং ভবেৎ' কথাষাৰক বহুতৰ মুখত শুনিবলৈ পোৱা গৈছিল। যজ্ঞৰাম খাৰঘৰীয়া ফুকন, পূৰ্ণানন্দ বৰুৱা ছোট চাহাবে মনে মনে ইংৰাজী পঢ়িছিল। পৰমানন্দ ভড়ালীয়ে চাহাবক ঘৰলৈ মতাই নি ইংৰাজী পঢ়িছিল। অসমত প্ৰথম ইংৰাজী স্কুল স্থাপন হয় ১৮৩৫ চনত গুৱাহাটীত (গুৱাহাটী চেমিনেৰী) আৰু দ্বিতীয়খন শিৱসাগৰত (ইংলিচ স্কুল) ১৯৪০ চনত। খ শিৱসাগৰ স্কুলৰ হেডমাষ্টাৰজনে মানুহৰ ঘৰে ঘৰে গৈ নানা প্ৰকাৰে বুজাই-বৰাই গৃহস্থৰ মন ঘূৰাব নোৱাৰিছিল। এনেতে ক্ষীণকায় অথচ দৃঢ় মনৰ ইন্দীবৰ বৰুৱাই (১৮২৯-১৯১৪ খৃ.) 'পোনতে স্কুললৈ গৈ বাট দেখুৱাই দিয়াতহে আন আন ভদ্ৰ সন্তান পঢ়িবলৈ গৈছিল।

"ইংৰাজীৰে নিজৰ নামটো চহী কৰিব পৰা হলেই বংশগত ঐতিহ্য-গুণত চিৰস্তদাৰ, মহৰী, উমেদাৰ, সাধনীদাৰ, মৌজাদাৰ, চৌধুৰী, পাটগিৰী আদি কাম পাব পাৰিছিল। শুৰিগছ থকা ভাল মানুহৰ ঘৰৰ লৰাইহে চৰকাৰৰ ঘৰত দায়িত্বপূৰ্ণ পথ থাপৰ বিষয় পাইছিল। এই সময়তে লিখিত অসমীয়া ভাষাত ইংৰাজী ভাৱৰ ক্ৰম সোমাবলৈ ধৰিলে" ৬।

ইংৰাজে দেশ লোৱাৰ পিছত পোনতে এই দেশৰ ৰাজকীয় কাম-কাজ অসমীয়াতে চলিছিল। কিন্তু ১৮৩৬ চনত তেওঁলোকৰ ভাষা-নীতি সলনি হ'ল। বিদ্যালয় আৰু কাছাৰীত অসমীয়াৰ সলনি বঙলা ভাষা চলিবলৈ ধৰিলে। "কাছাৰীলৈ গলে, অসমীয়া

ন'হুহে অকা-ভকা বুলি বঙলাৰে কথা কয়। স্কুলত বঙলা কিতাপ পঢ়ে আৰু চিঠি-পত্ৰও বঙলা ভাষাৰেই লিখে। এইদৰে মাতৃভাষা মচ খুৱাবলৈ ষড়যন্ত্ৰ কৰা দেখি আনন্দৰাম ঢেকিয়াল ফুকন, নিধি লেভী ফাৰৱেল, পূৰ্ণানন্দ বেজবৰুৱা, কাশীনাথ তামুলী ফুকন প্ৰভৃতি মুখ্য মুখ্য লোকসকলে অসমীয়া ভাষাটো জীয়াই ৰাখিবলৈ অহোপুৰুষাৰ্থ কৰিলে"। ৬ বঙালী মাত-কথাৰ চানেকি কানায়াৰ কীৰ্তনৰ পিয়দাৰ সংলাপত পোৱা যায়।—

"বিকা—তোমাৰ মাত আৰু সাজ ইমান লৰিছে যে, তোমাক চিনাই টান হৈছে।

পি—হাঁ, হামিলোক হজুৰমে থাকে, হামিলোক বঙ্গালী বাবু হৈছে. হামাৰ নাম হৈছে ঘিঁদাচ মজকুৰী পিয়দা বাবু।

বিকা—(মনে-মনে) কেৰেনীমখাও বাবু, ইস্কুল-মহতৰো বাবু লোনবেচা কেঞাও বাবু, নাৱৰ গুৰি-দিয়া মাজীও বাবু, হায়! হায়!

---

(ক) "ভবিষ্য পুৰাণত লিখিছে 'ইস্কুলে নিস্কুলো ভবেৎ'। যেতিয়াই আমাৰ দেশত ইস্কুল হবলৈ ধৰিলে, তেতিয়াই জানিছোঁ, এই দেশৰ মানুহৰ জাতি নেথাকে। কটা কৃষ্টায়ন হঁতক মুখৰ কথাৰে নোৱৰি" বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী।

(খ) গুৱাহাটীৰ স্কুলৰ প্ৰথম প্ৰধান শিক্ষক চিঙ্গাৰ (Singer) আৰু শিৱসাগৰ স্কুলৰ ডি, চ'জা (D. S'ouza)।

কালৰ ঘটি ! এতিয়া পিয়দাও হল বাবু। বাবু বোলোৱাৰ খিকাৰ" (৩য়, ২য় দর্শন, পৃঃ ৪০-৪১)।

'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী'ৰ হেড্ বাবুলৈ মন কৰক।—"তেওঁ মাতৃ-ভাষা কবলৈ অলপ লাজ পায়, বঙ্গালী কথাৰ লগত ইংৰাজী মিলাই কব পাৰিলেই পুৰুষালি হয় বুলি ভাবে, আৰু ডাঙ্কোপ মাৰি কয়, 'আমৰা Educated men, Prejudice and Superstition হইতে free হয়েছি"।

আহোম ৰাজত্বত "ব্যৱসায় অনুসৰি সমাজ খেলবন্ধীয়া আছিল। ৰজা দিনত যি যি কাম কৰিছিল, সেইকাম অনুসৰিয়েই একোটা খেল হৈ থাকিল আৰু সেই খেলৰ নামেৰেই গাওঁ একোখনৰো নাম হৈ গ'ল"।৬ কিন্তু ইংৰাজে অসম লোৱাৰ পিছত এই খেল প্ৰথা লোপ পাবলৈ ধৰে। এই প্ৰসঙ্গত গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীত আছে, "পাছে ব্ৰিটিশাধিকাৰ হোৱাত খেলৰ প্ৰণালী লোপ পালে। সকলোৱে নিজ নিজ ব্যৱসায় কৰি তাৰ উৎপন্ন নিজে উপভোগ কৰিবলৈ আৰু ভূমিৰ কৰ দিবলৈ বাধ্য হ'ল। ইফালে বিদেশীয় বস্তু আহিবলৈ ধৰিলে। সুযোগ পাই লোকে বিদেশীয় বস্তুৰ প্ৰতি আদৰ কৰাত দেশীয় শিল্পকাৰ্য্য প্ৰায় লোপ হবলৈ ধৰিছে।...বস্ত্ৰ নিৰ্ম্মাণ এই দেশীয়া স্ত্ৰী জাতিৰ এটি প্ৰধান কাৰ্য্য। কিন্তু বিদেশীয় সূতা আৰু বস্ত্ৰ সদাই ই দেশলৈ আহি থকাত অনেক স্ত্ৰীয়ে সি কাৰ্য্যৰ প্ৰতি তাদৃক শ্ৰদ্ধা নকৰে। ব্যৱসায় আৰু পৰিশ্ৰম বিষয়ে অসমীয়া লোক সকলৰ মাজত এক মহা হুলস্থূল হ'ব লাগিছে"। ইয়াৰ ফলত গ্ৰামীন অৰ্থনীতিৰ পৰালি পৰা অৱস্থা হ'ল। চাহ উদ্যোগ আৰু জল-পৰিবহনৰ ব্যৱস্থায়ো আৰ্থিক, সামাজিক আৰু সাংস্কৃতিক দিশত পৰিবৰ্ত্তনৰ গতি ত্বৰান্বিত কৰিলে।

নতুন আমোলাশ্রেণীৰ পুৰোধা আনন্দৰাম ঢেকিয়াল ফুকনে 'ইংলণ্ডৰ বিৱৰণ' (অৰুণোদই, তৃতিয় চোআ, নং ৪, ১৮৪৭) শীর্ষক প্রবন্ধত অসমৰ দুৰৱস্থাৰ হেতু নির্ণয় কৰি অসমদেশ-নিবাসী লোকসকল'ক নতুন অসম গঢ়িবৰ কাৰণে যি উদাত্ত আহ্বান জনায় তাতে নৱজাগৰণৰ বাণী নিহিত আছে।

বঙ্গৰ নৱজাগৰণৰ ঢৌৰ খলকনি অসমতো শুনা গল। আনন্দৰাম, হেমচন্দ্র আৰু গুণাভিৰামৰ চিন্তা-চর্চ্চাৰ মাজতো তাৰে প্রতিধ্বনি শুনা যায়। সম্ভ্রান্ত অথচ ৰক্ষণশীল ব্রাহ্মণ পৰিয়ালত জন্মগ্রহণ কৰি প্রতিকূল পৰিবেশৰ মাজতো নিজ সঙ্কল্পত ব্রতী হৈ হেমচন্দ্র বৰুৱাই অভিধান আৰু ব্যাকৰণ ৰচনা কৰাৰ উপৰি আধুনিক অসমীয়া গদ্যক সুন্দৰ আৰু সুঠাম ৰূপ দিলে। দৰাচলতে তেওঁ শিল্পসম্মত গদ্য-ৰীতিৰ উদ্ভাবয়িতা।

তেওঁ আমাৰ জাতীয় বীৰ। তেওঁ সমুখ সমৰত শত্রুক পৰাভূত কৰি খ্যাতি অর্জ্জন কৰা বীৰ নহয়; কিন্তু 'তৰোৱালতকৈ কাপ অধিক ধাৰাল' এই বচনষাৰিৰ যুক্তিযুক্ততা তেওঁৰ লেখনীত প্রতিফলিত হয়। তেওঁ কাপোৰ ৰণ কৰা বীৰ। তেওঁ 'ৰাজ্য জয় কৰিছিল ভাষা ক্ষেত্রত। শত্রুদমন কৰিছিল নিজ মাতৃভাষাৰ বিপক্ষীসকলক আৰু পতাকা উৰাইছিল স্বতন্ত্র অসমীয়া ভাষাৰ"। ৭ এই গৰাকী ভাষাৰ খ্যাতনামা অধিনায়ক'ৰ জীৱন আৰু কর্ম্মৰ গৌৰৱে আমাৰ জাতীয় জীৱন নিঃসন্দেহে মহিমা-মণ্ডিত কৰিব।

# হেমচন্দ্ৰৰ বংশপৰম্পৰা

হেমচন্দ্ৰ বৰুৱা বেজবৰুৱা বংশজ। অসমত বেজবৰুৱা বংশৰ সংস্থাপক আদিপুৰুষজনৰ নাম কলিবৰ। তেওঁ কান্যকুব্জ বা কনৌজ দেশীয় ব্ৰাহ্মণ আছিল। বুঢ়া ভগনীয়া ৰজা স্বৰ্গদেউ জয়ধ্বজ সিংহৰ (১৬৪৮-৬৩ খ্ৰীঃ) দিনত কান্যকুব্জৰ কলিবৰ নামৰ ব্ৰাহ্মণ এজনে ভাৰতৰ বিভিন্ন তীৰ্থস্থান পৰ্য্যটন কৰি শেহত হয়গ্ৰীৱ মাধৱ, কামাখ্যা আদি দৰ্শন কৰিবৰ কাৰণে পুব দিশলৈ আহে। "তেওঁ বেদ-বেদাঙ্গ আদি শাস্ত্ৰত অগাধ পণ্ডিত আৰু আয়ুৰ্ব্বেদ শাস্ত্ৰত পৰম নিপুণ আছিল"। ক

"কলিবৰ নাম বেদবিদ মহাসন্ত।
আয়ুৰ্বেদত অতি পৰম প্ৰবীণ।" (বেজবৰুৱা বংশাৱলী)

কলিবৰ ব্ৰাহ্মণৰ অগাধ পাণ্ডিত্য আৰু আয়ুৰ্ব্বেদ শাস্ত্ৰৰ নৈপুণ্যৰ কথা শুনি স্বৰ্গদেৱ জয়ধ্বজ সিংহই তেওঁক বৰ সমাদৰ কৰি এইদেশতে থাপিলে। তেওঁক বেজসকলৰ ভিতৰত প্ৰধান বেজবৰুৱা পাতিলে; আৰু উত্তৰ লক্ষীমপুৰ আদি ঠাইত ১০০০ পুৰা অৰ্থাৎ ৪০০০ বিঘা নিষ্কৰ মাটি ব্ৰহ্মোত্তৰকৈ দি, অনেক ধন-ধান্য আৰু দাস-দাসী দিলে।

"ইদেশৰ যত বৈদ্যগণ আছিলন্ত।
তাহাৰ বৰুৱা পাতি মান্যক দিলন্ত॥
সিটো কাল হন্তে আমাসাৰ ঘৰে আতি।
বেজবৰুৱা নাম ভৈলন্ত প্ৰখ্যাত॥" (বেঃ বংশাৱলী)

দীননাথ বেজবৰুৱা প্ৰণীত 'বেজবৰুৱা বংশাৱলী'ত হেমচন্দ্ৰৰ বংশাৱলী পোৱা যায়।—

---

(ক) লেখকৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ১৯৬৮।

কলিবৰ বৰুৱা
|
গোবিন্দ বৰুৱা (একাচেকা বৰুৱা)
|
জয়হৰি — পুৰুষোত্তম — অনুপাম

পুৰুষোত্তম
|
শিমলুঅটীয়া — নিবাই — নিৰঞ্জন বেজবৰুৱা — আকৰা — হালধিঅটীয়া

নিৰঞ্জন বেজবৰুৱা
|
জগন্নাথ বৰভঁৰালী বৰুৱা
|
হৰিনাথ — শ্ৰীকান্ত — কমলাকান্ত খঙ্গীয়া বৰুৱা — ৰঘু — বিষ্ণু — অঙ্গদ

কমলাকান্ত খঙ্গীয়া বৰুৱা
|
গঙ্গাই বৰভাণ্ডাৰ বৰুৱা
|
১। মধুৰাম বেজবৰুৱা — ৪। দধিৰাম বৰুৱা

১। মধুৰাম বেজবৰুৱা
|
মুক্তাৰাম বৰুৱা
|
হেমচন্দ্ৰ — তুলসীৰাম — কমল

৪। দধিৰাম বৰুৱা
|
লক্ষীনাথ

অঙ্গদ
|
কৃষ্ণৰাম
|
হলিৰাম — দীননাথ

দীননাথ
|
লক্ষ্মীনাথ

ওপৰত উল্লিখিত গোবিন্দ বকৰাক একাচেকা বকৰা নামটো স্বৰ্গদেৱে দিয়া। ৰজাৰ এটা মৰমৰ হাতী আছিল। তাৰ ভৰি ফুটা পকি উখহি মৰিবলগীয়া হৈছিল। ৰাজ্যৰ বেজ-সকলে চিকিৎসা কৰি হাতীটো নিৰাময় কৰিব নোৱাৰাৰ কাৰণে ৰজাই গোবিন্দ বকৰাক তাৰ চিকিৎসাৰ দায়িত্ব দিয়ে। তেওঁ জন্তুটো ভালকৈ পৰীক্ষা কৰি বুজিলে যে তাৰ ভৰিত হুল সোমাই তেনে হৈছে। "তেওঁ এখন ডাঙৰ আঁৰ-কাপোৰ তৰাই তাৰ ভিতৰত হাতীটো সুমাই তাক বহুৱাই লৈ এডাল সঁৰাহেৰে সেই হুলডাল উলিয়াই আনিলত হাতীটো ভাল হ'ল ৭। ৰজাই সেইকাৰ্য্য দেখি আচৰিত হৈ ক'লে, "এওঁ কি একাচেকা বকৰা!" তেতিয়াৰপৰা বকৰাৰ অন্য নাম হ'ল 'একাচেকা বকৰা'।

তেওঁৰ তিনিজন পুত্ৰৰ ভিতৰত পুৰুষোত্তম বকৰা এহাতে ৰাজ-বিষয়া হৈ ৰজাৰ প্ৰীতিভাজন হৈছিল, আনহাতে জনসাধাৰণে তেওঁক সন্ত-সাধু বুলি ভাবিছিল। তেৱেঁই পোনতে উজনিত মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰধান সত্ৰ কমলাবাৰীৰ সংস্থাপক পদ্ম আতা বা বদুলা আতাত শৰণ লৈ মহাপুৰুষীয়া ধৰ্ম্ম গ্ৰহণ কৰে। বদুলা আতাই বকৰাৰ টেঙা-বাৰীখনকে লৈ কমলাবাৰী সত্ৰ স্থাপন কৰে। পুৰুষোত্তম বকৰাৰ ন-জন পুত্ৰৰ ভিতৰৰ পাঁচজনৰ নাম ওপৰত দিয়া হৈছে, বাকী চাৰিজন অপুত্ৰক।

নিৰঞ্জন প্ৰসিদ্ধ বেজবকৰা আছিল। তেওঁৰ পুত্ৰ জগন্নাথে ৰজাঘৰীয়া 'বৰ-ভঁৰালী বকৰা' বিষয় ভোগ কৰে। তেওঁ ৰজাৰ আদেশ অনুসাৰে উত্তৰ পাৰে 'দেশপাতি প্ৰজা বহুৱাই' ৰজাৰ পৰা মাটি-বাৰী, হাতী-ঘোঁৰা, দাস-দাসী আদি বঁটাস্বৰূপে পায়। ৰজাই উত্তৰ পাৰে আঠ-কোণীয়াকৈ 'আঠোটা শিলৰ খুটি পোতাই' তেওঁক একখণ্ড ভূমি দান কৰে, তাৰ নাম হ'ল শিলপোতা। সেই ঠাইতে দাস-দাসীসহ বেজবকৰা বংশৰ চাৰিশ ঘৰ মানুহে ঘৰ-বাস কৰে।

জগন্নাথ বৰ-ভঁৰালী বৰুৱাৰ দুগৰাকী পত্নীৰ ভিতৰৰ বৰগৰাকীৰ ক্ৰমে হৰিনাথ, শ্ৰীকান্ত আৰু কমলাকান্ত; আৰু সৰুগৰাকীৰ পুত্ৰ ৰঘু, বিষ্ণু, অঙ্গদ আৰু অভিৰাম। কমলাকান্তৰ (খঙ্গীয়া বৰুৱা) দহজন পুত্ৰ ক্ৰমে লক্ষ্মী, যজ্ঞো, শ্ৰীকান্ত, গঙ্গাই, খোৰা ডেকা, হৰি, বলাই, শ্ৰীৰাম, দেৱৰাম আৰু ধৰ্ম্মকান্ত। গঙ্গাইক স্বৰ্গদেউ লক্ষ্মীসিংহই বৰ-ভাণ্ডাৰ বৰুৱা পাতে। তেওঁৰে পাঁচজন পুত্ৰ ক্ৰমে মধুৰাম, তুলাৰাম, দেৱৰাম, দধিৰাম আৰু বাপুৰাম, আৰু এগৰাকী কন্যা। জ্যেষ্ঠ পুত্ৰ মধুৰাম বৰুৱাই আয়ুৰ্ব্বেদ বিদ্যাত পাৰদৰ্শিতা লাভ কৰে। তেওঁৰ পুত্ৰ মুক্তাৰামেই হল আমাৰ জীৱনীৰ নায়ক হেমচন্দ্ৰ বৰুৱাৰ পিতৃ। মুক্তাৰাম বৰুৱাৰ তিনিজন পুত্ৰ—হেমচন্দ্ৰ, তুলসীৰাম আৰু কমলচন্দ্ৰ। মধুৰাম বৰুৱাৰ আন এজন পুত্ৰ দধিৰাম বৰুৱাৰ দুজন পুত্ৰ—লক্ষ্মীনাথ আৰু চন্দ্ৰকান্ত। এই লক্ষ্মীনাথ গজপুৰীয়া বৰুৱাই হেমচন্দ্ৰ বৰুৱাৰ দদাইদেৱেক আৰু অথস্বৰত আশ্ৰয়দাতা।

জগন্নাথ বৰভঁৰালী বৰুৱাৰ বৰজনী পত্নীৰ সন্তানক 'বৰজনীৰ পৰিয়াল' আৰু সৰুজনীৰ সন্তানক 'সৰুজনীৰ পৰিয়াল' বোলে। এই সৰু পৰিয়ালৰ কনিষ্ঠ পুত্ৰ অঙ্গদ বৰুৱাৰ পুত্ৰ কৃষ্ণৰাম। কৃষ্ণৰাম স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ বেজবৰুৱা আছিল। তেওঁৰ দুজন পুত্ৰ—হলিৰাম আৰু দীননাথ। দীননাথৰ পুত্ৰই হল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা।

# জন্ম-বাল্যকাল

গঙ্গাই বৰভাণ্ডাৰ বৰুৱাৰ নাতি মুক্তাৰাম বৰুৱা 'সংস্কৃত ভাষা আৰু বৈদ্যশাস্ত্ৰৰ পাৰদৰ্শিতাৰ নিমিত্তে প্ৰখ্যাত আছিল। "অসম ইংৰাজ ৰাজ্য হোৱাৰ কিছুমান বছৰৰ মূৰত মুক্তাৰাম বৰুৱা নিজ নিছামৰা মৌজাৰ মৌজাদাৰ হয়, আৰু মৰণকাললৈকে সেই বিষয়কে ভোগ কৰি আছিল"। ৩

সেই সময়ৰ ডাঙৰীয়াসকলৰ প্ৰচলিত প্ৰথা অনুসাৰে মুক্তাৰাম বৰুৱাই দুগৰাকী ভাৰ্য্যা বিয়া কৰায়। তেওঁৰ প্ৰথমা ভাৰ্য্যাই পুত্ৰ সন্তান এটি জন্ম দিয়াৰ পিছতেই "এই জগতৰপৰা বিদায় লোৱাত লৰাটি বুঢ়ীমাকৰ দ্বাৰা প্ৰতিপালিত হৈ ডাঙৰ হয়। তেওঁৰ নাম যোগেশ্বৰ আছিল। তেওঁ বহুকাল সংসাৰৰ সুখ ভোগ কৰিবলৈ নেপালে, ১৮ বছৰ বয়সত বিয়াৰ জৰীৰ বান্ধ নৌ লওঁতেই বন্ধুবৰ্গক শোকৰ জুইত পেলাই জীৱন এৰিলে। এই কালৰ ভিতৰতে তেওঁ পিতাকৰ উত্তম শিক্ষাৰ, আৰু নিজৰ চোকা বুদ্ধিৰ গুণে সংস্কৃত ভাষা আৰু বৈদ্য-বিদ্যাত এৰ পাৰ্গত হৈছিল"। ৩

'যোগেশ্বৰৰ মৃত্যুৰ কিছুবছৰৰ আগেয়ে' মুক্তাৰাম বৰুৱাই দ্বিতীয়বাৰ বিয়া কৰায়। এই গৰাকী ভাৰ্য্যা হল ধাপকটা সত্ৰৰ লক্ষ্মীনাথ দেৱগোস্বামী আৰু কামেশ্বৰী দেৱীৰ কন্যা ৰূপহী দেৱী। এই গৰাকী পত্নীৰ গৰ্ভত এজনী ছোৱালী আৰু তিনিটা লৰা ওপজে। এই তিনিজন পুত্ৰ যথাক্ৰমে হেমচন্দ্ৰ, তুলসীৰাম আৰু কমলচন্দ্ৰ। সন্তৰ হেমচন্দ্ৰৰ ভগ্নীৰ নাম পূৰ্ণা দেৱী।

হেমচন্দ্ৰ বৰুৱা ১৭৫৭ শকৰ আঘোণ মাহৰ ২৪ দিন যাওঁতে মঙ্গলবাৰে কৃষ্ণা চতুৰ্দ্দশীৰ ৰাতি শিৱসাগৰ জিলাৰ দেৰগাঁৱৰ বজা

বাহবত জন্ম গ্রহণ কবে। মুক্তাবাম বকরাব জ্যেষ্ঠ পুত্র যোগেশ্বৰৰ মৃত্যুৰ সময়ত হেমচন্দ্ৰ এবছৰীয়া ল'ৰা।

'বেজবৰুৱা বংশাৱলীত আছে—

"মধুৰাম বৰুৱা পৰম সাধু শিষ্ট।
বৈদ্যবিদ্যা বিশাৰদ গুণত গৰীষ্ঠ॥
তনয় ভৈলেক তাৰ নাম মুক্তাৰাম।
আয়ুৰ্ব্বেদ শাস্ত্ৰে যাৰ জ্ঞান অনুপম॥
ঢাপকটা মহন্ত তনয়া বিবাহিত।
পৰম সুন্দৰ তিনিপুত্ৰ প্ৰসাৰিল॥
জ্যেষ্ঠ হেমচন্দ্ৰ ভৈল বিদ্যাত উজ্জ্বল।
জ্ঞানৱন্ত শুদ্ধচিত্ত কাৰ্য্যত কুশল॥
হেমকোষ নামে অসমীয়া অভিধান।
ৰচিয়া দৰ্শয়া শ্ৰেষ্ঠ জ্ঞান যতমান॥
মধ্যম তুলসীৰাম পণ্ডিত সুনয়।
ভৈলন্ত কমলচন্দ্ৰ কনিষ্ঠ তনয়॥

ৰৰপুত্ৰ যোগেশ্বৰৰ শিক্ষাৰ কাৰণে পিতৃয়ে বিশেষ যত্ন লয়। যোগেশ্বৰে সংস্কৃত ভাষা আৰু বৈদ্যবিদ্যাত পাৰদৰ্শিতা লাভ কৰে। কিন্তু ঢোপাকলি হেন পুত্ৰ যোগেশ্বৰৰ আকস্মিক বিয়োগে পিতৃক বৰ আঘাত দিয়ে। সেই কাৰণে হেমচন্দ্ৰৰ কলি-পুথি লোৱাৰ সময় পাৰ হৈ গলতো পিতৃয়ে সেই বিষয়ে কোনো আগ্ৰহ নেদেখুৱালে, পুত্ৰৰ আগত পঢ়াশুনাৰ কথা মুলিয়ায়। কোনোৱে পুত্ৰৰ শিক্ষাত 'আওহেলা কৰাৰ কাৰণ সুধিলে' তেওঁ কয়, "এটাক বহুত যত্নেৰে বিদ্যা-শিকোৱাৰ পৰা কি লাভ পালোঁ? কেৱল শোকৰ অগ্নিৰ তাপ দুগুণ হ'ল মাথোন; শিক্ষাৰ অন্তত ইয়াৰো তাৰ নিচিনা দশা হলে সেই জুয়ে মোক পুৰি মাৰিব, এই

ভয়তে মনে মনে আছোঁ, আৰু কিছুদিন বাট চাই পাচে যেনে উচিত বুজোঁ। কৰিম"। ৩ গতিকে হেমচন্দ্ৰই সময়মতে বিদ্যা-শিক্ষা আৰম্ভ কৰিব নোৱাৰিলে। তেওঁৰ ভাষাৰে ক'ব পাৰি—"তেওঁক হেৰুৱাই পিতৃয়ে ইমান শোক পাইছিল যে মই বিদ্যা শিকিবৰ বয়স পোৱাৰ কেইবা বছৰৰ পাচলৈকে মোৰ আগত শিক্ষাৰ নামকে ভুলিয়াইছিল ; এই কাৰণে ৭ কি ৮ বছৰমান বয়সলৈকে মই লোকৰ মুখে শুনি বৰ্ণমালাৰ আখৰকেইটা মাতিব পৰা হোৱাত বাজে আন একোকে নেজানিছিলোঁ, আৰু পোনেই মাকৰ গৰ্ভৰ পৰা ওলোৱা লৰাতকৈ আখৰেৰে সৈতে মোৰ অধিক চিনাকি নাছিল"। ৩

হেমচন্দ্ৰৰ ৯ বছৰমান বয়স হোৱাত পিতৃয়ে এদিন তেওঁক বিদ্যাৰম্ভ কৰালে, অৰ্থাৎ বৰ্ণমালাৰ সৈতে ভেটা-ভেটি নকৰোৱাকৈয়ে একেবাৰেই সংস্কৃত শব্দ-সধাত* লগালে, আৰু শব্দ

---

*শব্দ-সধাৰ প্ৰকাৰ 'জোনাকী'ৰ অনেক পাঠকে নেজানিব পাৰে, এই নিমিত্তে কওঁ—শব্দৰ ৰূপ ( Declension of a noun or pronoun ) শিকাকে শব্দ-সাধন বোলা যায়, তাৰ শিক্ষা এইৰূপ হয়। ভালকৈ আখৰ চিনা ছাত্ৰক অধ্যাপকে এখন ফলিত প্ৰথমা-দ্বিতীয়া আদিৰ একবচন, দ্বিবচন আৰু বহুবচনৰ সি, ঔ, যস্, ইত্যাদি বিভক্তিবিলাক লিখি প্ৰত্যেক বিভক্তিৰ আগত সাধিবলগীয়া এটা শব্দ লিখিবলৈ কয়, ( যেনে দেৱ, সি, ) পাচে 'সি' কে আদি কৰি বিভক্তিবোৰত সেই শব্দৰ যেনে ৰূপ হয়, তাক এইদৰে শিকায়।—দেৱ শব্দৰ প্ৰথমাৰ সি হল 'লোপ্যোন্নুবন্ধঃ' 'সি' ৰ ইকাৰ লুপ্ত হল, 'সোন্তস্য বিসৰ্গোৰ্ণাবিৰাময়োঃ' 'স'ত বিসৰ্গ হল, (ৰূপ হল) দেৱঃ। এইদৰেই সকলো শব্দৰ ৰূপ শিকোৱা যায়। কিন্তু শব্দ আৰু

সধাওঁতেই এইৰূপে মোক আখৰ চিনালে। যেনে, এখন ফলিত বিভক্তিবিলাকেৰে সৈতে সাধিবলগীয়া শব্দটো লিখি দি তেওঁ মোক কয় "এইটো দেৱ শব্দ, এইটো দ, তাতে এইটো একাৰ দত্ একাৰে দে, এইটো ৱ, দেৱ। "এই প্ৰকাৰে আনবিলাক শব্দৰো আখৰবোৰ চিনাই দিয়াত শব্দ-সাধনৰ অন্তত মই প্ৰায় সমুদায় আখৰ মাতিব পৰা হলোঁ, যি অলপ বাকী আছিল, ধাতু সাধোঁতে সেইবিলাকতো মোৰ অধিকাৰ জন্মিল। কিন্তু ভালেমান বয়সলৈকে 'আঙ্ক-আস্ক' আদি ফলাবোৰ ক্ৰম লগাই মাতিব নোৱাৰিছিলোঁ। পূৰ্ব্বে সেইবিলাক নিশিকাই সেই অজ্ঞতাৰ কাৰণ আছিল। শব্দ-ধাতু সধাৰ পাচত মাহচেৰেক, দ্ৰোণপৰ্ব্ব, কৰ্ণপৰ্ব্ব আদি অসমীয়া পদ-পুথি, আৰু বঙ্গালী আখৰ চিনিবৰ কাৰণে, নীতিকথা আৰু মনোৰঞ্জন কিতাপ পঢ়াত নিযুক্ত আছিলোঁ। পাচে পিতৃৰ শিক্ষাৰ অধীনে ব্যাকৰণ পঢ়িবলৈ আৰম্ভ কৰোঁ। ১৭৬৯ শকত কাতি মাহলৈকে ব্যাকৰণ পঢ়ি সঞ্চিত কিছু ব্যুৎপত্তি জন্মিছিল"।৩

সেই বছৰৰ কাতি মাহৰ আদিতে বা তাৰ আগৰ মাহৰ শেষ ভাগত ৰজাবাহৰ আৰু তাৰ ওচৰৰ গাঁওবিলাকত বিসূচিকা ৰাক্ষসীয়ে উগ্ৰমূৰ্ত্তি ধৰি দেখা দিয়ে'। হেমচন্দ্ৰৰ পিতৃয়ে তেওঁলোকক 'বহুকালৰ আশ্ৰিত ওচৰ চুবুৰীয়াবোৰক সেই পিশাচীৰ দাঁতৰপৰা ৰক্ষা কৰিবৰ মনেৰে সিবিলাকক কয় যে সেই ৰাক্ষসীয়ে কোনো মানুহৰ তেজ শুহিবলৈ ধৰাৰ চিন ওলোৱা মাত্ৰেই তেওঁক সম্বাদ দিলে, তেওঁ তাৰ প্ৰাণ ৰক্ষাৰ কাৰণে যত্ন কৰিব; আৰু

* ধাতু সধাৰপৰা ব্যকৰণ-শিকাত একো সাহায্য নহয়। সেই কাৰ্য্যত যি সময় ব্যয় কৰা যায়, ভাল নিয়মেৰে শিক্ষা দিলে, তাৰ ভিতৰত ছাত্ৰে সাধাৰণ সংস্কৃত কৰব আৰু লিখিবৰ সমৰ্থ হ'ব পাৰে।—হ, চ।

ঈশ্বৰৰ অনুগ্ৰহ হলে, কিবা জানি সি তাইৰ হাতৰপৰা সাৰিব ; আৰু ৰাতিও যেন কোনোজনক জহনীয়ে ধৰাৰ সম্বাদ তেওঁ সহজে পাব পাৰিব, এইকাৰণে তেওঁ তেওঁৰ শয্যা চৰা-ঘৰত ললে আৰু এমাহমান দিনে-ৰাতিয়ে জহনীত পৰা ৰোগীৰ চিকিৎসাত নিযুক্ত থাকি ভালেমান মানুহক সেই ছুৰন্ত ৰোগৰপৰা মুক্ত কৰিলে"।৩ মুক্তাৰাম বৰুৱা আয়ুৰ্ব্বেদ শাস্ত্ৰত নিপুন আছিল বুলি ওপৰত কোৱা হৈছে। তেওঁ জন-সেৱাত আত্ম-নিয়োগ কৰি ভালেমান গঞা ৰাইজক ৰোগ মুক্ত কৰিলে। "কিন্তু জহনীয়ে শাম কটাত যেতিয়া গাওঁৰ সকলো মানুহ নিশ্চিন্ত হৈছিল, সেই সময়ত এদিন ৰাতিপুৱা সেই ৰাক্ষসীয়ে তেওঁক প্ৰৱলৰূপে আক্ৰমণ কৰাত আবেলি তিনি বজামানত শেষ উশাহ লৈ তেওঁ স্বভাৱৰ ধাৰৰপৰা মুক্ত হ'ল" ৩। বিনামেঘে বজ্ৰ-পাতৰ দৰে পৰিয়ালৰ সকলোটি কিংকৰ্ত্তব্যবিমূঢ় হ'ল। আপদ কালত দদাইদেৰেক লক্ষ্মীনাথ বৰুৱা হ'ল তেওঁলোকৰ নিস্তাৰক।

—×—

ক. "বিসূচিকা, স, শ. (সং বিসূচিকা—ৱি; বিশিষ্ট+সূচিকা, বেজী, ব্ৰহ্মাৰ বৰেৰে এক ৰাক্ষসীয়ে বেজীৰ নিচিনা, অৰ্থাৎ অতি ক্ষুদ্ৰ পোক হৈ মানুহৰ তেজ শোহে, তাৰে পৰা এই ৰোগ হয়, এতেকে [illegible] ৰোগ (cholera)"—হেমকোষ

# প্ৰশাসন-ব্যৱস্থা

ইংৰাজে এই দেশ অধিকাৰ কৰাৰ পিছত প্ৰশাসনীয় সুবিধাৰ বাবে অসমক উজনি আৰু নামনি এই দুই খণ্ডত ভাগ কৰে। উজনি খণ্ডত কৰ্ণেল ৰিচাৰ্ডচ আৰু নামনি খণ্ডত ডেভিদ স্কট্ কমিছনাৰ হয়, কিন্তু স্কট্ সকলোৰে ঘাই গৰাকী আছিল। পিছত স্কটৰ প্ৰশাসনৰ এলেকা ( খাচী পাহাৰ, গাৰো পাহাৰ, ৰংপুৰ, কোচবিহাৰ, শ্ৰীহট্ট আদি ) বিস্তীৰ্ণ হোৱাত ১৮২৯ চনত তেওঁৰ সহকাৰী এজনৰ ব্যৱস্থা কৰা হয়। কেপ্তেইন এডাম্ হোৱাইট তেওঁৰ গুৱাহাটীৰ সহায়ক (এচিষ্টেণ্ট) নিযুক্ত হয়। ১৮৩১ চনত স্কটৰ মৃত্যু হোৱাত টি. চি. ৰবাৰ্টছন্ কমিছনাৰ আৰু গভৰ্ণৰ জেনেৰেলৰ 'এজেণ্ট' নিযুক্ত হয়। তেওঁ ১৮৩৩ চনত পুৰন্দৰ সিংহৰ সৈতে 'চুক্তি বা নিৰ্ব্বন্ধ বান্ধি' উজনি অসমখন বছৰি পাঁচহেজাৰ টকাত লালবন্দীকৈ দিয়ে; কিন্তু শদিয়া আৰু মটক ৰাজ্য স্বকীয়া হৈ থাকিল। কেপ্তেইন নিউভিল্ বিশ্বনাথত উজনি খণ্ডৰ পলিটিকেল এজেণ্টৰূপে থাকিল। ১৮৩২-৩৩ চনত কামৰূপ, দৰঙ্গ আৰু নগাওঁ এই তিনি অঞ্চলক জিলা হিচাপে ভাগ কৰি একোজন ইংৰাজ কলেক্টৰ আৰু মেজিষ্ট্ৰেট ক্ষমতাৰ প্ৰধান এচিষ্টেণ্ট কমিছনাৰ নিযুক্ত কৰে। টি. চি. ৰবাৰ্টচন্ বদলি হৈ যোৱাত ১৮৩৪ চনৰ ২৩ জানুৱাৰীত কেপ্তেইন ফ্ৰান্সিচ্ জেনকিনচ্ কমিছনাৰ আৰু গভৰ্ণৰ জেনেৰেলৰ এজেণ্ট নিযুক্ত হয়। তেওঁ নামনি অসমৰ জিলাসমূহক পৰগণা আৰু মৌজাৰূপে ভাগ কৰে। ১৮৩৫ চনৰ ২ আইন অনুসাৰে [illegible]ক সদৰ বোৰ্ড ৰেভিনিউ আৰু সদৰ আদালতৰ অধীন [illegible] লৰ্ড উইলিয়াম [illegible] বিচাৰক নিয়োজনৰ নিয়ম অনুসৰি এই দেশতো

মুন্সিক, সদৰামীন পতা হয়। ১৮৩৬ চনলৈকে অসমীয়াতে দেশীয় আদালতসমূহৰ কাম-কাজ চলে। পিছত বঙলা ভাষা চলোৱা হয়। ৰজা পুৰন্দৰ সিংহই লালবন্দী দিবলৈ আৰু ৰাজ্য প্ৰতি-পালন কৰিবলৈ অসমৰ্থ হোৱাত ১৮৩৮ চনৰ ১৬ ছেপ্তেম্বৰ তাৰিখে "তেওঁৰপৰা ৰাজ্য কাঢ়ি ইষ্ট ইণ্ডিয়া কোম্পানীয়ে উজনি অসম অংশও খাছদখলৰ অন্তৰ্ভুক্ত কৰিলে আৰু সেই তাৰিখেই বিশ্বনাথত থকা পলিটিকেল এজেণ্ট মেজৰ আডাম হোৱাইট্ চাহাব তাৰ শাসনকৰ্ত্তা হ'ল" (পৃঃ ৮১) ৯। এই খণ্ডৰ উত্তৰ পাৰে আৰু দক্ষিণ পাৰে দুখন জিলা হ'ল। উত্তৰপাৰৰ সদৰ ঠাই লক্ষীমপুৰ আৰু তাৰ দায়িত্বত থাকিল কেপ্তেইন ৰেটচ্, আৰু দক্ষিণপাৰৰ সদৰ ঠাই হ'ল ৰংপুৰৰ ওচৰৰ শিৱ-সাগৰ আৰু লেফ্টেনেণ্ট (পিছলৈ কেপ্তেইন) ব্ৰডীৰ (ক) (এওঁক 'বৰতি' চাহাবো বুলিছিল) ওপৰত এই জিলাৰ দায়িত্ব ন্যস্ত হ'ল।

হৰকান্ত সদৰামীনৰ আত্ম-জীৱনীৰপৰা জনা যায় যে ১৮৫৩ চনত প্ৰশাসনৰ সুবিধাৰ্থে কিছুমান পদবীৰ নামকৰণ সামান্য সাল সলনি কৰা হয়। ডেপুটি কমিছনাৰৰ সলনি জুডিচিয়েল কমিছনাৰ আৰু কলেক্টৰৰ সলনি ডেপুটি কমিছনাৰ হ'ল। ১৮৭৬ চনৰপৰা জুডিচিয়েল কমিছনাৰ গুচি জজ হল আৰু ৰেভিনিউ পক্ষে কমিছনাৰ হ'ল।

১৮৫৩ চনত ফ্ৰান্সিচ্ জেন্‌কিনচ্ কমিছনাৰ, মেথি জুডিচিয়েল কমিছনাৰ, ই, এ, ৰৌলট ডেপুটি কমিছনাৰ আৰু হৰকান্ত শৰ্ম্মা

---

ক, "বৰ্ত্তমান ডিচেম্বৰ মাহৰ ১৫ তাৰিখত শ্ৰীযুত কাপ্তান ব্ৰোডি চাহাব ওপৰ আচাম শিবসাগৰ জিলা এৰি আপোন দেশলৈ জোআত সকলো লোকে আঁহি দৰ্শন দি শোকাকুল হৈ অতিশয় মনত দুখেৰেহে বিদাই দিলে। তেওঁ ৰবচাহাব হৈ ১৮৩৮ সনৰ পৰা ১৩ বচৰ দায়া ৰূপে এই জিলা শাসন কৰিলে" (অৰুণোদই ৬ বচৰ, ডিচেম্বৰ, ১৮৫১)।

মজুন্দাৰবৰুৱা চিৰস্তাদাৰ হয়।

১৮৬১ চনৰ ফেব্ৰুৱাৰীত কৰ্ণেল জেমকিনচে অৱসৰ লোৱাত কৰ্ণেল হেনৰি হপ্‌কিনচ্‌ কমিছনাৰ হয়। এই চনৰ ১৭ চেপ্তেম্বৰত কানি খেতি নিষিদ্ধ কৰা হয়। কৰ বৃদ্ধি আৰু কানি খেতি নিষিদ্ধ কৰাত নগাৱঁৰ ফুলগুৰিত কৃষক-বিদ্ৰোহ হয়। পাঠকথাটিতো কৃষক-বিদ্ৰোহে দেখা দিয়ে।

১৮৬২ চনৰ জানুৱাৰী মাহৰপৰা ফৌজদাৰী দণ্ডবিধি আৰু কাৰ্য্যবিধি এই দেশত প্ৰচলন হয়।

১৮৭৪ চনত কমিছনাৰ হপ্‌কিনচে অৱসৰ লোৱাত কেপ্তেইন কিটিং অসমৰ প্ৰথম চিফ কমিছনাৰ হয়।

"১৮৩৮ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পুৰন্দৰসিংহৰ ৰাজ্যখন খাচ দখললৈ আনি, সেই চনেৰে ১৬ চেপ্তেম্বৰ তাৰিখে আডাম হোৱাইটক তাৰ পলিটিকেল এজেণ্ট পাতি পছিমে ধনশিৰীৰপৰা উজাই উজনিৰ নামচাং-টিপাম পৰ্ব্বতলৈকে এখন জিলা পাতি শিৱসাগৰ নাম দিলে। পুৰন্দৰৰ ৰাজ্য থাকোতে যোৰহাটেই সদৰ ঠাই আছিল। জিলা পতাৰ পিছত শিৱসাগৰ সদৰ ঠাই হল।...প্ৰথমতে জয়পুৰ আৰু ১৮৪৬ চনত গোলাঘাটত মহকুমা পতা হয়। ১৮৬৯ চনৰ ১৬ ডিচেম্বৰ তাৰিখে যোৰহাটত মহকুমাৰ সদৰ পতাত জয়পুৰখন শিৱসাগৰ জিলাৰপৰা কাটি নি ডিব্ৰুগড় এলেকাত জাপি দিয়া হয়।

কেপ্তেইন ব্ৰডী শিৱসাগৰ জিলাৰ প্ৰথম ডেপুটি কমিছনাৰ। তেতিয়া বোলা হৈছিল প্ৰিন্সিপেল এচিষ্টেণ্ট কমিছনাৰ। তেওঁ জনদিয়েক কাকতী লৈ ঠায়ে ঠায়ে থানা পাতিলে। সদৰ-আমিন-মুন্সিফ পাতি 'আসাম কায়দা বন্দী'-মতে সোধপোচ কৰিবলৈ ব্যৱস্থা কৰিলে আৰু তলতীয়া আদালতৰ ৰায়ৰ বিৰুদ্ধে যি ...ীল হয় তাক তেওঁ নিজে শুনিবলৈ ললে। জয়ে-জয়ে ৰাম

মাটিৰ পুৰাত৷৷০, ৰূপিত মাটিৰ ১৲ টকাকৈ কৰ লগায় আৰু কৰ তুলিবৰ নিমিত্তে ১৩০টা মৌজা পাতে। মানুহ পাৰ হোৱা নৈৰ ঘাট, বস্তু-বেহানি বেচা-কিনা কৰা হাট আৰু মাছমৰা বিলত ন-কৈ খাজনা লগোৱা হ'ল, মৌজাদাৰী প্ৰথাটোৰ বন্দৰস্ত এবছৰীয়া কৰা হ'ল।...১৮৫০ চনলৈকে শিৱসাগৰ জিলাত দেৱানী ফৌজদাৰী সোধ সুধিবৰ নিমিত্তে ৬টা আদালত স্থাপিত হৈছিল। ১৮৬০ চনত এই সংখ্যা ১৫টা লৈ বৃদ্ধি কৰা হ'ল। প্ৰিঞ্চিপেল এচিষ্টেণ্ট জনৰ বাহিৰেও ৮/৯ জন চাহাব নিযুক্ত কৰা হৈছিল। ১৮৪০ চনৰপৰা কাছাৰীৰ চিৰস্তাও বঙালীবেই ভৰপুৰ হবলৈ ধৰিলে" (পৃঃ ১২০-২১) ৯।

পুৰন্দৰ সিংহৰ ৰাজ্য কোম্পানীৰ হাতলৈ গলত চৰকাৰী দীননাথ বেজবৰুৱাক (ক) প্ৰধান এচিষ্টেণ্ট কমিছনাৰৰ তলত প্ৰথমতে দেৱানী বিচাৰ বিভাগত মহাফেজ নাম দি ৰাখি তাৰ পিছত দেৱানী চিৰস্তাদাৰ পাতিলে। ১৮৬১ চনত তেওঁক মুন্সিফ পাতি নগাৱলৈ পঠিয়ালে।

ক. দীননাথ বেজবৰুৱা (১৮১৩-৯৫ খ্ৰীঃ) স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ প্ৰধান চিকিৎসক। ৰাজ-দৰবাৰত তেওঁৰ গাত ফৌজদাৰী চিৰস্তাদাৰৰ বিষয়টোও আছিল।—লেখক

# শিক্ষা আৰু শিক্ষা-নবিচ

মুক্তাৰাম বৰুৱাৰ খুৰাকৰ পুতেক লক্ষ্মীনাথ বৰুৱা পিতৃ বিয়োগৰ পিছত হেমচন্দ্ৰৰ সহায়ক হ'ল। সেই সময়ত লক্ষ্মীনাথ বৰুৱা শিৱসাগৰত কলেক্টৰীৰ চিৰস্তাদাৰ, আৰু প্ৰায় একে সময়তে দীননাথ বেজবৰুৱাও দেৱানী চিৰস্তাদাৰ আছিল।

বেজবৰুৱা বংশাৱলী'ত আছে—

"তান জ্যেষ্ঠ ভাতৃ যিটো পৰম শ্ৰীমন্ত।
গুণগণে নিপুণ পৰম খ্যাতিমন্ত॥
ৰাজ দৰ্বাৰত সম্ভ্ৰমক পায় ৰৈল।
কলেক্টৰি চেৰেস্তাৰ অধিপতি ভৈল।
লক্ষ্মীনাথ নাম গজপুৰীয়া বৰুৱা।
পৰম ধাৰ্ম্মিক শাস্ত্ৰগণ অভ্যাসিয়া॥ (পৃঃ ১৬)

মুক্তাৰাম বৰুৱাৰ পিতৃ-বিয়োগৰ বাতৰি পাই লক্ষ্মীনাথ গজপুৰীয়া বৰুৱাই দেৰগাৱঁৰ ৰজাবাহৰলৈ আহি ককায়েকৰ পৰিয়ালৰ সকলোটিকে শিৱসাগৰলৈ (ক) লৈ যায়। তেওঁ চৰকাৰী কাম শিকিবৰ বাবে হেমচন্দ্ৰক মাহে ৪ টকা দৰ্ম্মহাত শিক্ষা-নবিচ নিযুক্ত কৰে। তেওঁ দিনৌ কাছাৰীত বঙলা লিখিব-পঢ়িবলৈ শিকি পুৱা-গধূলি উৰ্ব্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ (খ) পঢ়াশালিত সংস্কৃত পঢ়িবলৈ ধৰে। হেমচন্দ্ৰৰ প্ৰায় সম-সাময়িক ইন্দিবৰ

---

ক. "হেমচন্দ্ৰ বৰুৱাই বাল্যাৱস্থাতে পিতৃ-বিয়োগ দুৰ্দ্দশাগ্ৰস্ত আৰু নিৰুপায় অৱস্থাত পৰি আশ্ৰয় বিচৰাত, দদাইদেৱেকে জ্যেষ্ঠ পৰিয়ালৰ ভৰণ-পোষণৰ ভাৰ গ্ৰহণ কৰি, উদ্যোগৰ পোহৰ দেখুৱাত, পৰিয়ালবে সৈতে জন্ম ঠাই এৰি শিৱসাগৰ নগৰবাসী হলহি"।"

বৰুৱা (১৮২৯-১৪১৪ খ্রীঃ) আৰু পূৰ্ণানন্দ বৰুৱা (১৮৩০-৮৬ খ্রীঃ) —এই দুয়ো গৰাকীও একেসময়তে কাছাৰীত শিক্ষা-নবিচ কামত সোমায়। ইন্দীবৰ বৰুৱাই উৰ্ব্বীধৰ বৰুৱাৰ টোলত (পঢ়াশালি) পঢ়ে। "পূৰ্ণানন্দ বৰুৱা, হেমচন্দ্ৰ বৰুৱাৰ সমনীয়া লগৰীয়া আছিল, আৰু তেওঁৰ দৰেই এৰেঁ। সেইকালৰ পাদ্ৰী চাহাব এজনৰপৰা অলপ-অচৰপ ইংৰাজী শিকি লয়" (পৃঃ ১৫৩)১০। দুয়োজন একে বেজবৰুৱা বংশৰ।

হেমচন্দ্ৰৰ দদাইদেৰেক ইংৰাজী শিক্ষাৰ গোটেই বিৰোধী আছিল। সেই কাৰণে তেওঁ 'সেই বিদ্যাৰ অভ্যাস কৰিবলৈ আগবাঢ়িব নোৱাৰিলে'। তেওঁ মাজে-সময়ে 'শিৱসাগৰ জিলাৰ অধিপতি কেপ্তেইন ব্ৰডী চাহাবৰ ঘৰলৈ গৈ দেৱ-নাগেৰী আখৰে লিখা হিন্দী, অৰ্থাৎ ব্ৰজভাষা' শিকে। জিলাধিপতিজন বিদ্যোৎসাহী লোক আছিল আৰু তেওঁ 'বিদ্যা শিকাত যত্ন কৰা ডেকাবিলাকক মৰম কৰিছিল'। "হিন্দী শিকিবলৈ মোৰ বৰ আগ্ৰহ দেখি তেওঁ মোক উৎসাহেৰে সেই ভাষা শিকাইছিল, তেওঁৰ অনুগ্ৰহতে মই 'প্ৰেম-সাগৰ' আদি পুথিবিলাক ভালকৈ পঢ়িব আৰু বুজিব পৰা হলোঁ আৰু এতিয়া মোৰ যি অলপ ব্যুৎপত্তি আছে, সি তেওঁৰ কৃপাৰহে ফল"। ৩ হেমচন্দ্ৰই চৰকাৰী কৰ্ম্ম আৰু আনভাৱ এৰি শিক্ষা বিষয়ত নিযুক্ত' হৈ থাকিল।

---

খ. উৰ্ব্বীধৰ নামে শিৱসাগৰী বৰুৱা।
সৰ্ব্বশাস্ত্ৰে বিশাৰদ ধৰ্ম্মৰত হিয়া॥
মহামহোপাধ্যায় যাহাক বুলি খ্যাত।
তাৰ পুত্ৰ মহীধৰ বৰুৱা প্ৰখ্যাত॥" (পৃঃ ৬২, বে. ব.)

মণিৰাম দেৱানে ১৮৫৭ চনত উৰ্ব্বীধৰ শিৱসাগৰীয় বৰুৱালৈ [illegible]ৰী বিদ্ৰোহৰ কথা জনাই কলিকতাৰপৰা [illegible] [illegible] চিঠি লিখিছিল—বলুধৰ শৰ্ম্মাৰ মণিৰা[illegible] [illegible] ১৫৭-৫৮)।

"যেনেকৈ "এক বস্তুৰ ৰস চোপোঁতেই ৰসান্তৰৰ লালসা বাঢ়ি যায়'—এই ৰীতি অনুসৰি ১৪/১৫ বছৰ বয়সতে দেৱনাগৰী আখৰ চিনি তাৰে লেখা পুথিৰ ৰসাস্বাদনে বৰুৱাৰ মন ধৰ্ষিলে। সংস্কৃত ব্যাকৰণৰ দৈনিক পাঠ সমাপ্ত হলে যদি অল্প সময় লাভ কৰিব পাৰে তাতে, তেওঁ হিন্দী আৰু সংস্কৃত পাঠবিলাকৰ আবৰ্ত্তন আৰু আলোচনা কৰিবলৈ ধৰিলে"।"

হেমচন্দ্ৰই 'নিজ পুৰুষাৰ্থৰ বলত' শিক্ষা লাভ কৰে। তেওঁৰ ইংৰাজী শিকাৰ প্ৰবল ইচ্ছা আছিল যদিও, দদাইদেৱেকে ভাল নোপোৱা কাম এটা দেখা-শুনাকৈ কৰে কেনেকৈ? সেইকাৰণে গোপনে ইংৰাজী শিক্ষাৰ সঙ্কল্প কৰি তেওঁ কেপ্তেইন ব্ৰডী চাহাবৰ ঘৰলৈ গৈ ইংৰাজী বৰ্ণবিন্যাসৰ পুথি এখন বিচাৰিলে। তেওঁ আদৰেৰে হেমচন্দ্ৰক তেনে এখন পুথি দিয়াৰ উপৰি প্ৰতি দেওবাৰে তেওঁক 'শিক্ষাৰ মহলা দিবলৈ কলে'। কিন্তু পঢ়াৰ সময় ক'ত? 'ৰাতিপুৱা দহবজামানলৈকে সংস্কৃত পঢ়া, পাছে এঘাৰ বজাত কাছাৰীলৈ গৈ পুনৰায় চাৰিবজামানৰ পৰা আঠ বজামানলৈকে সংস্কৃতত অনুশীলন কৰা' হেমচন্দ্ৰৰ 'দৈনিক কাৰ্য্য আছিল'। হেমচন্দ্ৰৰ ভাষাৰে "সন্ধ্যা সময়ত মাথোন অলপ আজৰি পাইছিলোঁ, তাতে চৌতে খৰ দি, সময়ৰ আগচুলিত খা[illegible] ধৰিছিলোঁ, আৰু মোৰ সমান-বয়সীয়া বন্ধুবিলাকৰ সাহায্যেৰে দুই সপ্তাহমানৰ ভিতৰত ইংৰাজী বৰ্ণমালাৰ দুয়ো বিধৰ আখৰবিলাকেৰে সৈতে চিনাকি হৈছিলোঁ; এনেতে মোৰ বিদ্যাৰ যশস্যাধ্বনিয়ে শিৱসাগৰীয়া বৰুৱাৰ কাণ চুলেগৈ। তেওঁ সেই কথা দদাইদেউক নজনাই থাকিব নোৱাৰিলে। এই সম্বাদে তেওঁক পানীৰ ছাট-পোৱা পকা তেলৰ দৰে জ্বলালে, আৰু মোৰ ফলি-পুথি বান্ধি লৈ ঘৰলৈ উলটি অহা [illegible]ক ইংৰাজী-শিক্ষাক বিসৰ্জ্জন দিয়াই তাৰ ফল হ'ল। এই সময়ত

সংস্কৃত বিদ্যাত মোৰ যি অধিকাৰ জন্মিছিল, এতিয়া তাতকৈ অধিক হোৱা নাই।" ৩

১৮৩৬ চনত অসমৰ বিদ্যালয়সমূহত অসমীয়া ভাষাৰ সলনি বঙলা-ভাষা প্ৰচলনৰ আদেশ হ'ল। অসমীয়া লৰাই মাতৃভাষা এৰি বঙলা ভাষা পঢ়িব লগা হ'ল। হেমচন্দ্ৰৰ ভাষাৰে—"ইস্কুলত বঙালী, কাছাৰীত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল; সকলোৱেই ৰঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল। অৱশ্যে ময়ো এই নিয়মৰ বাহিৰে নাছিলোঁ, বঙ্গভাষা মোৰ বুকুৰ কুটুম আছিল; তাৰপৰা মই এটা শুভ ফলো পালোঁ। উৰ্ব্বীধৰ বৰুৱা জিলাৰ বঙ্গলা ইস্কুলৰ অধ্যাপক আছিল আৰু যদিও মই তেওঁৰ বঙ্গালী ইস্কুলত নহয়, সংস্কৃত পঢ়াশালিতহে পঢ়িছিলোঁ, তথাপি তেওঁ মোৰ নামটো ইস্কুলৰ প্ৰথম শ্ৰেণীত লিখি থৈছিল, এই কাৰণে তেতিয়াৰ ইস্কুল ইনস্পেক্টৰ ৰবিন্সন চাহাব (ক) ইস্কুল চাবলৈ যোৱাত মই তুবাৰ ইস্কুললৈ গৈ মহলাত উঠি প্ৰথম শ্ৰেণীৰ প্ৰথম পুৰস্কাৰ আৰু প্ৰশংসা পাইছিলোঁ"। ৩

উৰ্ব্বীধৰ বৰুৱাৰ পঢ়াশালি এৰি ঘৰলৈ অহাৰ লগে লগে তেওঁৰ সংস্কৃত পঢ়াও অন্ত পৰে বুলিব পাৰি। পিছত দদাইদে-

---

ক. উইলিয়ম ৰবিন্সন পো· তে গৌহাটী চেনিনেৰীৰ হেডমাষ্টাৰ আৰু পিছত ১৮৪১ চনত অসমৰ স্কুলসমূহৰ প্ৰথম পৰিদৰ্শক হয়। ১৮৬৩ চনত তেওঁ নাজিৰাত মৰে। তেওঁ এচিয়াটিক চচাইটিৰ পত্ৰিকাত অসম সম্বন্ধে প্ৰবন্ধ লিখে। ১৮৪১ চ· ত 'এ ডেচক্ৰিপটিভ একাউণ্ট অব আসাম' আৰু সম্ভৱ তেৱেঁই ১৮৩৯ চনত 'এ গ্ৰামাৰ অব ডি আচামিজ লেঙ্গুৱেজ' পুথি লিখে।—লেখক

হেঁকৰ ওচৰত তেওঁৰ (লক্ষ্মীনাথ বৰুৱা) বৰপুতেক পদ্মনাথৰ লৈতে একেলগে কিছুদিন ব্যাকৰণ পঢ়িছিল যদিও, পদ্মনাথৰ সেই বিষয়ৰ জ্ঞান অধিক নোহোৱাৰ কাৰণে তেওঁৰ একো লাভ নহল আৰু দদায়েকৰো হেমচন্দ্ৰক বেলেগে পঢ়াবলৈ আজৰি নাছিল; পিছত গুৰাকে যদুনাথ নামৰ অধ্যাপক এজনক অনাই নিজ ঘৰৰ সমুখত পঢ়াশালি পাতি আন আন কেইজনমান ছাত্ৰৰ লগতে পদ্মনাথ আৰু হেমচন্দ্ৰৰো পঢ়াৰ ব্যৱস্থা কৰে; কিন্তু তাৰ তেওঁৰ একো উপকাৰ নহে অধ্যাপকৰে লৈতে তৰ্ক কৰা মাথোন সাৰ হ'ল। "এবছৰমানৰ মূৰত জহনী-ৰাক্ষসীয়ে অধ্যাপক আৰু পদ্মনাথ দুইকো গ্ৰাস কৰিলে, পঢ়াশালি ভাগিল, আৰু মই সম্পূৰ্ণ মুক্তাৱস্থা পালোঁ"।৩ এতিয়া হেমচন্দ্ৰই দিনটো কাছাৰীত কাম কৰি পুৱা-গধূলি 'মুকলি মনেৰে গা-ঘসাই' ফুৰাত বাজে আন ব্যৱসায় নাইকিয়া হ'ল।

এনেতে এদিন তেওঁৰ বন্ধু ইংৰাজী স্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ কুশৰাম গগৈৰ লৈতে সাক্ষাত হোৱাত বন্ধুজনে তেওঁক ইংৰাজী পঢ়িবলৈ পৰামৰ্শ দিয়ে, আৰু সেই 'উপদেশকে সাৰোগত কৰি' তেওঁ পুনৰ ইংৰাজী বিদ্যা অভ্যাস কৰিবলৈ স্থিৰ কৰিলে, কিয়নো তেওঁৰ বিদ্যা শিক্ষাৰ প্ৰতি সদায় বৰ উৎসাহ আছিল,। এই সময়ত হেমচন্দ্ৰ বিশ্ বছৰীয়া যুৱক। এনে বয়সত ইংৰাজী শিকা, তাকো লুকাই চুৰকৈ, বুঢ়া শালিকাই মাত লোৱাৰ নিচিনা। হেমচন্দ্ৰই তেওঁৰ 'আদিপাঠ'ত (শেহছোৱা) লিখিছে, "লৰা-কালৰ বুদ্ধিয়ে কেঁচা এঠাৰ (ক) দৰে সকলোতে লাগি ধৰে, এৰি নিদিয়ে; কিন্তু বয়স বাঢ়িলে বুদ্ধিৰ এঠা মৰি একোতো নলগা হয়"। কিন্তু শ্ৰমৰ অসাধ্য একো নাই। য'তে ইচ্ছা ত'তে বাট। হেমচন্দ্ৰৰ বন্ধুজনে তেওঁক ইংৰাজী বৰ্ণবিন্যাস আৰু ভাষা

ক, কঁঠালৰ এঠা—লেখক

শিকিবৰ কাৰণে প্ৰথম সংখ্যক ইংৰাজী পাঠোপকাৰক (ৰিডাৰ্ নং ১) নামেৰে পুথি এখন দিলে আৰু তেওঁক 'পঢ়াত সাহায্য কৰিবলৈ গাত ললে'। পাছে তেওঁৰ আৰু অন্যান্য বন্ধুবিলাকৰ সাহায্যেৰে কিছুকাল ইংৰাজী অভ্যাস কৰাৰ অন্তত দুজনমান ভদ্ৰলোকৰ কাষ চাপিল। এজন হ'ল শিৱসাগৰ হাইস্কুলৰ চেকেণ্ড মাষ্টৰ' পৰমানন্দ ভড়ালী আৰু আনজন প্ৰিয়লাল বৰুৱা

পৰমানন্দ ভড়ালীৰ ঘৰ পূৰ্বত চাওখাট মৌজাৰ তিনিকুৰীয়া ভড়ালী গাৱঁত। তেওঁ শিৱসাগৰ ইংৰাজী স্কুলত পঢ়ি পিছত সেই বিদ্যালয়তে দ্বিতীয় শিক্ষকৰূপে সোমাই শেহত এচিষ্টেণ্ট হেডমাষ্টৰ হয়। তেওঁ অসমীয়া পটন্তৰৰ পুথি এখনো লিখে। তেওঁৰ দুইপুত্ৰ ঈশানচন্দ্ৰ ভড়ালী আৰু কেশৱানন্দ ভড়ালী। ১৮৫৭ চনত শিৱসাগৰৰ ইংলিচ স্কুলৰ প্ৰধান শিক্ষক আছিল লাযেল নামে এজন।

হৃতিৰাম বৰুৱাৰ প্ৰথম পৰাকী ভাৰ্য্যাৰ দুটি সন্তান—প্ৰিয়লাল আৰু লক্ষ্মীলাল। প্ৰিয়লালে শিৱসাগৰৰ ইংলিচ স্কুলত শিক্ষা লাভ কৰি কলিকতাৰ হুগলী কলেজত পঢ়ে। কলিকতাৰ কলেজত উচ্চ শিক্ষা লাভ কৰা তেৱেঁই উজনি অসমৰ প্ৰথম অসমীয়া। তেওঁ পোনতে জুডিচিয়েল কমিছনাৰৰ কাৰ্য্যালয়ত

---

৭. সেই সময়ত দুজন ডেপুটি ইন্সপেক্টৰ আছিল। শদিয়াৰ পৰা নগাৱঁৰ জাগীলৈকে উজনি অসমৰ ডেপুটি ইন্সপেক্টৰৰ পৰিধি, আৰু জাগীৰপৰা ধুবুৰীলৈকে নামনি অসম ডেপুটি ইন্সপেক্টৰৰ এলেকা। সম্ভৱ চন্দ্ৰমোহন গোস্বামীৰ ককায়েক উৎসবানন্দ গোস্বামী উজনি খণ্ডৰ প্ৰথম ডেপুটি ইন্সপেক্টৰ। পিছত প্ৰিয়লাল বৰুৱা নামনিৰ আৰু একে বংশৰ ৰত্নধৰ বৰুৱাৰ উজনিত ডেপুটি ইন্সপেক্টৰ হয়। প্ৰিয়লাল বৰুৱা ১৮৭৮ চনত ৪৫ বছৰ বয়সত কালপ্ৰাপ্ত হয়।

অনুবাদকৰূপে (ট্ৰেনশ্লেটৰ) কাম কৰে। পিছত তেওঁ ডেপুটি ইন্সপেক্টৰ পদলৈ উন্নীত হয। তেৱেঁই 'প্ৰথম অসমীয়া ডেপুটি ইন্সপেক্টৰ' (পৃঃ ২৩)। ১২

পৰমানন্দ ভড়ালী আৰু প্ৰিয়লাল বৰুৱাৰ সহায় সন্দৰ্ভত হেমচন্দ্ৰই কৈছে, "মই তেওঁৰ (পৰমানন্দ ভড়ালী—লেখৰ) শলাগ লৈ কওঁ যে তেওঁ মোক সকলো সময়তে উৎসাহেৰে সাহায্য কৰিছিল। শ্ৰীযুত প্ৰিয়লাল বৰুৱাৰ পৰাও কিছু উপকাৰ পাইছিলোঁ; কিন্তু তেওঁ নিজ কাৰ্য্যৰ উপলক্ষ্যে ফুৰি থাকিবলৈ বাধ্য হোৱাত তেওঁৰ সাহায্যৰ পৰিমান অধিক আছিল"। ৩

শেহত তেওঁ আমেৰিকান মিছনেৰীসকলৰ কাষ চাপিল, আৰু তেওঁলোকেও তেওঁক 'দুযো বাহুৰে সাৰটি ধৰি শিক্ষাৰ বিষয়ত বহুত সহায়তা কৰিলে'। "বিদ্যা শিকাত মোৰ সদায় বৰ উৎসাহ আছিল, আৰু সেই কাৰ্য্যত মই বৰ পৰিশ্ৰম কৰিছিলোঁ; যেতিয়া চাৰিসংখ্যাক ইংৰাজী পাঠোপকাৰকত 'শুই থকা শিয়ালে হাঁহ-কুকুৰা ধৰিব নোৱাৰে' (A sleeping fox catches no poultry) এই উপদেশপূৰ্ণ পটন্তৰটি পালোঁ, তেতিয়াৰ-পৰা মোৰ উৎসাহ তিনি গুণমান বাঢ়িল; এখন্তকো নিৰৰ্থকত গলে মনত বৰ দুখ পাবলৈ ধৰিলোঁ। আমাৰ ডেকাবিলাকে যেন এই উত্তম বাক্যটি মনত ৰাখে; আৰু তাৰ ভাৱৰ দৰে কাৰ্য্য কৰে, এয়ে মোৰ বাঞ্ছা, আৰু সেই বাঞ্ছাৰ দ্বাৰা পৰিচালিত হৈহে মই এই ঠাইত তাৰ উল্লেখ কৰিছোঁ"। ৩ হেমচন্দ্ৰই নানা বাধা-বিঘিনি অতিক্ৰম কৰি নিজৰ দৃঢ় মন আৰু অধ্যৱসায়ৰ গুণে যিদৰে ইংৰাজী ভাষা আয়ত্ত কৰিলে সি প্ৰকৃততে আনৰ কাৰণে আৰ্হি স্বৰূপ। বিদেশী ভাষা শিকা কৃচ্ছ্ৰ সাধ্য। পঢ়াশালিৰ মুখ নেদেখাকৈ কামৰ মাজতে ছেগ চাই আনৰ সহায় লৈ ইংৰাজী শিকা বৰ সহজ কথা নহয়। অকল শিকাই নহয়, তেওঁ লেখৰ ইংৰাজী জনা লোক হৈ পৰিল। "তেওঁৰ সময়ত

তেওঁ অসমীয়াৰ ভিতৰত এজন বিশেষকৈ ইংৰাজী জনা লোক আছিল। দূৰৈৰ ঠাইৰ আৰু ভিন জিলাৰ মানুহেও তেওঁৰ দ্বাৰাই ইংৰাজীত দৰখাস্ত লিখিবলৈ তেওঁৰ গুৰিলৈ আহিছিল। তেওঁ "আসাম নিউজ" ইংৰাজী বাতৰি কাকতৰ সম্পাদক আছিল আৰু ইংৰাজীত তেওঁ এখন পুথিও লিখিছিল" (পৃঃ ৫৬-৫৭) ১২। তেওঁ "যেনে দৃঢ় সঙ্কল্পী তেওঁৰ বুদ্ধিৰ প্ৰতিভাও তেনেকুৱা অটল আছিল।"

ইংৰাজী ভাষাত তেওঁৰ 'ভালৰূপে ব্যুৎপত্তি নোহোৱালৈকে সদাইদেৱেকে তেওঁ সেই ভাষা শিকাৰ কথা জনা নাছিল, তেওঁ অতি গোপনে তাক অনুশীলন কৰিছিল। "পাচে তাত মোৰ কিছু অধিকাৰ জন্মিলত গোপন কৰিবলৈ এৰি দেখা-শুনাকৈ তাৰ চৰ্চ্চা কৰিবলৈ ধৰিলোঁ; তেতিয়া তেওঁ মোক সেইবাবে তিৰস্কাৰ নকৰি বৰং কাছাৰীত ইংৰাজীৰ পৰা ভাঙি বঙ্গালী বা বঙ্গালীৰ পৰা ভাঙি ইংৰাজী কৰিবলৈ কোনো কাকত দিছিল"। ৩

হেমচন্দ্ৰই এনে কষ্ট কৰি ভাষা শিকাৰ কাৰণে তেওঁ নাওবৈচা ফুকনৰ ঘৰৰ 'বালি গোহাঁইক কোলাত বহুৱাই অসমীয়া ভাষা শিকাইছিল'। গুৱাহাটীত থাকোঁতে তেওঁৰ বন্ধু লক্ষ্মীলাল বৰুৱাৰ পুত্ৰ কনকলাল বৰুৱাই তেওঁৰ তলত সততে পঢ়া-শুনা কৰিছিল। তেওঁ কেনে বিদ্যোৎসাহী আছিল।

— × —

# জীৱিকা

হেমচন্দ্রই পোনতে চাৰিটকা দৰমহাত শিৱসাগৰ কাছাৰীত উমেদাৰৰূপে চাকৰি জীৱন আৰম্ভ কৰে। ইংৰাজী ভাষাত ব্যুৎপত্তি লাভ কৰাৰ পিছত তেওঁৰ পদোন্নতিৰ পথ মুকলি হয়।

"১৮৫৭ ছালৰ স্বাধীনতা যুদ্ধত গোলাঘাটৰ জনচাৰেক দেশপ্রেমিক মণিৰাম দেৱানৰ সৈতে লগ লাগি বৃটিছ-কর্তৃপক্ষৰ 'বিদ্রোহিতাচৰণ' কৰিছিল। সেইসকলৰ ভিতৰত ত্রিলোচন নাজিৰ, দেবাদত্ত বৰুৱা মৌজাদাৰ আৰু ঈশেশ্বৰ শৰ্ম্মা বেজবৰুৱা মৌজাদাৰ আছিল"। (ক) দেবীদত্ত বৰুৱা মিছামৰা ৰজাবাহৰৰ মৌজাদাৰ আৰু ঈশেশ্বৰ শৰ্ম্মা দেৰগাঁৱৰ মৌজাদাৰ। ১৮৫৮ চনৰ ৮ মে তাৰিখে চৰকাৰে মৌজা খাৰিজ কৰি চন্দ্ৰকান্ত শৰ্ম্মা ডেকা বৰুৱাক দিয়ে। এই চনতে বিদ্রোহত লিপ্ত থকা অপৰাধত গোলাঘাটৰ এডিচি উ পেস্কাৰক সাময়িকভাৱে বৰ্খাস্ত কৰা হয়, আৰু তেওঁৰ ঠাইত হেমচন্দ্ৰ বৰুৱাক উক্তপদত নিয়োগ কৰে। তেওঁ ছমাহ সেই পদত নিয়োজিত হৈ পুনৰ শিৱসাগৰলৈ ঘূৰি আহে। ইংৰাজী স্কুলৰ দ্বিতীয় শিক্ষক পৰমানন্দ ভড়ালীয়ে 'মেলানি লোৱাত' হেমচন্দ্রক অস্থায়ীভাৱে উক্তপদত নিয়োগ কৰে। এয়ে তেওঁৰ স্কুলৰ প্রথম আৰু 'শেষ প্ৰবেশ'। ইয়াৰ পাছত তেওঁ মাহে পচিশ টকা দৰমহাত ৰেভিনিউ মহাফেজ নিযুক্ত হৈ ১৮৬২ চালৈকে সেই পদত থাকে। "ইং ১৮৬২ শকৰ আগষ্ট মাহত আসামৰ জুডিচেয়েল কমিছনাৰ কৰ্ণেল এগ্নিউ

ক. বেণুধৰ শৰ্ম্মা, আমাৰ প্রতিনিধি, ৪র্থ বছৰ-ষষ্ঠ সংখ্যা, ১৯৬৪।

চাহাব শিৰসাগৰলৈ অহাত তেওঁৰ গুণ-যশস্যা শুনি জিলাধিপতি চাহাবৰ গোহাৰি পাই তেওঁক লগতে লৈ গৈ নিজ চিৰস্তাত ইংৰাজী অনুবাদক পদত নিগাজীৰূপে খাঁজিলে। এতিয়া তেওঁ শিৰসাগৰ এৰি গুৱাহাটী নিবাসী হ'ল"। ১১ হেমচন্দ্ৰৰ ভাষাৰে— "সেই বছৰৰ আগষ্ট মাহত অসমৰ জুডিসেস্যল কমিশ্যনাৰ মেজৰ-জেনাৰেল (তেতিয়া মেজৰ) এগ্‌নিউ চাহাবে মোক গুৱাহাটীলৈ আনি তেওঁৰ আদালতৰ ট্ৰেনশ্লেটৰ বা ভাষা-ভঙ্গা কাকতা পাতিলে"। ৩ সেই সময়ৰ শাসকবৰ্গৰ স্নেহধন্য লোক-সকলৰ বিষয়ে বেণুধৰ শৰ্মাই লিখিছে, "আনন্দৰাম ঢেকিয়াল ফুকনক জেন্‌কিন্‌চ্‌ চাহাবে, হেমচন্দ্ৰ বৰুৱাক এগ্নিউ চাহাবে, যাদুৰাম ডেকাবৰুৱাক কেপ্তেইন বেটচ্‌ চাহাবে মৰম কৰাতকৈও গঙ্গাগোবিন্দ ফুকনক ইডেন চাহাবে বেছি মৰম কৰিছিল" (মিলন, ৫ম বছৰ, ৪ৰ্থ সংখ্যা, ভাদ, ১৮৪৯ শক)।

ইংৰাজী শিকি চাকৰি লাভ কৰাই হেমচন্দ্ৰৰ অভিলাষ নাছিল। এই প্ৰসঙ্গত তেওঁ কৈছে, "সেই ইংৰাজী পঢ়িবলৈ ধৰোঁতে সেই ভাষাৰ কাম কৰিবলগীয়া বিষয় লবৰ মোৰ সপোনতো ইচ্ছা নাছিল। ইংৰাজীত থকা জ্ঞানৰ কথা বিলাক শিকিবৰ কাৰণে মাথোন সেই ভাষাৰ অনুশীলন কৰিছিলোঁ। কলেক্টৰীৰ চিৰস্তাদাৰ হৈ মনচুপ হোৱাই মোৰ অকল উচ্চাভি-লাষ আছিল, আৰু এই কাৰণেই মই মোৰ ইংৰাজী আখৰ ভাল কৰিবলৈ একো যত্ন নকৰিলোঁ। কবৰ সকাম নাই যে সেইকালত চিৰস্তাদাৰ, মনচুপ আদি ডাঙৰীয়াসকলৰ ইংৰাজী জানিবৰ বা লিখিবৰ একো প্ৰয়োজন নাছিল, আৰু কেৰাণীত বাজে আন সকলোৰেই ইংৰাজী বিদ্যাক ঘিণাইছিল"। ৩ হেমচন্দ্ৰৰ সমনীয়া পূৰ্ণানন্দ বৰুৱাৰ (পূৰ্ণানন্দ ছোট চাহাব) ধুনীয়া হাতৰ আখৰে 'চাকৰি জীৱনত বিশেষ উপকাৰ কৰিছিল।

হেমচন্দ্ৰই গুৱাহাটীত কাম কৰি থকা কালত তেতিয়াৰ সমস্ত স্কুলসমূহৰ ইন্সপেক্টৰ পটাৰে তেওঁক উপযাচি এশ টকা দৰমহাত শিৱসাগৰৰ ডেপুটি ইন্সপেক্টৰ পদত নিয়োগ কৰে আৰু শিক্ষাধিকাৰে সেই নিয়োগ অনুমোদন কৰে। ইতিমধ্যে জুডিচিয়েল কমিছনাৰ এগ্‌নিউ (খ) উলটি আহিল। ৰতনেহে ৰতন চিনে। জুডিচিয়েল কমিছনাৰে হেমচন্দ্ৰৰ পাৰদৰ্শিতাৰ কথা ভালকৈ জানে। সেযেহে তেওঁ হেমচন্দ্ৰক মাহে এশবিশ্ টকা বেতনত নিজ কাৰ্য্যালয়ৰ মুখ্য সহকাৰী (হেড এচিষ্টেণ্ট) নিযুক্ত কৰে। হেমচন্দ্ৰই ডেপুটি ইন্সপেক্টৰৰ পদ গ্ৰহণ নকৰিলে। তেওঁ উপায়ুক্তৰ কাৰ্য্যালয়ৰ পৰা জুডিচিয়েল কমিছনাৰৰ কাৰ্য্যালয়লৈ গৈ নতুন পদত যোগ দিয়ে। এই কামত থাকোতে তেওঁক-ছুবাৰকৈ অস্থায়ীভাৱে একষ্ট্ৰা এচিষ্টেণ্টৰ পদ যাচে। প্ৰথমবাৰ এগ্‌নিউচৰ অনুৰোধত ১৮৫৭ চনত তেওঁক তিনিমাহৰ বাবে একষ্ট্ৰা এচিষ্টেণ্টৰ পদ যাচে, কিন্তু তেওঁ স্থায়ীৰূপে নেপালে সেই পদ গ্ৰহণ নকৰে বুলি জনালে। পিছৰ বছৰ ১৮ ডিচেম্বৰত আকৌ অস্থায়ীভাৱে নিযুক্তি আহিল। শ্বিলঙৰপৰা ছিফ কমি-ছনাৰৰ সচিবে তেওঁলৈ লিখে, "মহাশয, আপুনি শিৱসাগৰ জিলাত অস্থায়ীভাৱে একষ্ট্ৰা এচিষ্টেণ্ট কমিছনাৰ পদ লবলৈ যাবনে? সেই কামত দিনদিয়েকৰ ভিতৰতে হাজিৰ হবগৈ লাগিব। টেলিগ্ৰামেৰে আপোনাৰ উত্তৰ জনাব" (পৃঃ ৪৯)১০। তেওঁ সেই পদলৈ বাঞ্ছা নকৰি 'আগৰ পদৰ সন্তোষতেই স্থিৰ হৈ থাকিল, অৰ্থাৎ তেওঁ কেৰেণী হৈয়ে থাকিল। এই প্ৰসঙ্গত তেওঁ লিখিছে—"জুডিচিয়েল কমিশ্যনাৰ চাহাবৰ অফিচত চুপাৰিণ্টেণ্ডেণ্ট হৈ থাকোঁতে প্ৰথমে ইং ১৮৭৫ শকত তিনিমাহৰ নিমিত্তে মোক একষ্ট্ৰা এচিষ্টেণ্টৰ পদ যচা হৈছিল; কিন্তু

খ. এগ্‌নিউৱে ১৮৭৬ চনৰ ১৫ মাৰ্চত চাকৰীৰপৰা অৱসৰ গ্ৰহণ কৰে।

চিৰস্থায়ীৰূপে নেপালে সেই পদ নলওঁ বুলি তাক লবলৈ মই-অমান্তি হলোঁ। পাচে আকৌ ইং ১৮৭৬ শকত তিনিমাহৰ নিমেত্তে সেই পদ মোক যচা হয়, কিন্তু পূৰ্ব্বে এবাৰ অচিৰস্থায়ী পদ লবলৈ অস্বীকাৰ কৰি পাচে তেনে পদ লোৱা অযুগুত; ঘাইকৈ, আগৰবাৰ এগনিউ চাহাবৰ অনুৰোধত সেই পদ মোক যচা হৈছিল, তেতিয়া তাত অমান্তি হৈ পাচে চেক্ৰেটাৰী চাহাবে নিজে দিয়াত তাক ললে এগনিউ চাহাবৰ অৱমানন হব, এনে ভাব হোৱাত তাক ত্যাগ কৰিবলৈ বাধ্য হলোঁ। এই কাৰণে তেতিয়া মোৰ মনত অলপ অসন্তোষ জন্মিছিল কিন্তু এতিয়া সেইবাবে সন্তোষহে পাইছোঁ; কিয়নো একেষ্ট্ৰা এচিষ্টেণ্ট হোৱাতকৈ বহুত সুখত আছোঁ। মোৰ সন্তোষেই সুখ"। ৩

তেওঁ ১৮৬২ চনত জুডিচিয়েল কমিছনাৰৰ কাৰ্য্যালয়ত চাকৰি আৰম্ভ কৰি শেষত উক্ত কাৰ্যালয়ৰ অধীক্ষকৰ পদলৈ উন্নীত হয়; আৰু ১৮৮১ চনৰ ১ জানুৱাৰীত উক্ত পদ উঠি যোৱালৈকে তেওঁ সেই পদত আছিল।

"কামৰূপৰ পুৰণি সংস্কৃত পুথি গোটোৱা বিষয়ত ৰজা ৰাজেন্দ্ৰলাল মিত্ৰক সহায় কৰাৰ বাবে তেওঁ গভৰ্ণমেণ্টৰপৰা শলাগ আৰু পুৰস্কাৰো পাইছিল" (পৃ ৫১) ১০। তেওঁ ১৮৮১ চনত নিস্পিখেৰাজ প্ৰথাত মালিক আৰু পাইকৰ সম্বন্ধৰ বিষয়ে তেওঁৰ অভিমত জনায়।

১৮৭৫ চনত 'বেঙ্গল চিভিল ফাণ্ড'ৰ সুবিধাসমূহ চিভিলিয়ানসকলক দিয়া সম্পৰ্কে চৰকাৰে হেমচন্দ্ৰ বৰুৱাৰ অভিমত বিচৰাত তেওঁ ১৪ নবেম্বৰ তাৰিখে এটা টোকা দিয়ে। তেওঁ তাত উল্লেখ কৰে যে ইংৰাজ সকলৰ দৰে শিক্ষিত দেশীয়

—৬

লোকসকল বিধৱা বিবাহৰ পক্ষপাতী; আৰু ইংৰাজ আৰু দেশীয় অসামৰিক বিষয়াসকলৰ ভিতৰত পাৰ্থক্য অলপহে বা নেয়েই।

— × —

## পাৰিবাৰিক জীৱন

হেমচন্দ্ৰ বৰুৱাৰ পিতৃবিয়োগৰ পাছত খুৰাক লক্ষ্মীনাথ বৰুৱাই (ক) গোটেই পৰিয়ালটো শিবসাগৰলৈ লৈ আহে। হেমচন্দ্ৰ গুৱাহাটীলৈ যোৱালৈকে যে তেওঁৰ মাতৃদেৱী জীৱিত আছিল তাক ভায়েক তুলসীৰাম বৰুৱাৰ কথাৰপৰা অনুমান কৰিব পাৰি। "যদিও বুঢ়ী আইৰ সৰ্ব-শুশ্ৰূষা এৰি যোৱাত মনে-মনে দুখ ভাবি চৰকাৰী চাকৰি পালে উলটি আহিবলৈকে মন কৰিছিল" (পঢ়াশলীয়া অভিধান) বোধহয় এই বুঢ়ী আই হেমচন্দ্ৰৰ মাতৃ।

তেওঁৰ ভাতৃদ্বয় তুলসীৰাম আৰু কমলচন্দ্ৰ, আৰু বায়েক পূৰ্ণাদেৱী

বেণুধৰ শৰ্ম্মাৰ ভাষাৰে তুলসীৰাম আৰু কমলচন্দ্ৰ (ওৰফে দামোদৰ) বৰুৱাৰ চিনাকি দিয়া হ'ল —

"হোলাটোৰ উত্তৰচুকে চিৰস্তাদাৰৰ ইন্দীবৰ বৰুৱা—লেখক) ঘৰৰ গাতেলগা কমলবাবু, তুলসীবাবুৰ ঘৰ। এখেতসকল

ক. খুৰাক লক্ষ্মীনাথ বৰুৱাই চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰি দেৰগাওঁৰ ৰজা-বাহৰত থাকিবলৈ লয়। তেওঁ ১৮০৮ শকৰ মৰে। সদৰামীনৰ আত্ম-জীৱনীত আছে, "২৯ কাৰ্ত্তিক ৰবিবাৰ—লক্ষ্মীনাথ বৰুৱা দেৰগ্ৰামে ফৌত্ হয়। ১০৬২" (পৃঃ ২৫৮)

জুজনক বিধাতাই ওখ-পাখই, ঠগে-গঢ়ে-মুখে-আর্য্যাই এনেভাৱে চর্জিছিল যে কোনজন কোন একে পলকতে বা চকুৰ পচাৰতে ধৰিবৰ সাধ্য নাই। বাটে-পথে লগ পোৱা বহুত মানুহেই তুলসীবাবুকে কমলবাবু বুলি নাইবা কমলবাবুকে তুলসীবাবু বুলি ভ্ৰমত পৰা উদাহৰণ অনেক আছে (খ)। তেখেতসকলৰ ঘৰতো বছৰি ৰাসোৎসৱ হয়। দুয়ো গৰাকী বাবু'য়েই ইমান নৈষ্ঠিক যে দিখৌত গা ধুই কান্ধত তামৰ পানী কলহ তুলি লৈ ঘৰলৈ আহোঁতে বাটটোৰ বহুত ঠাই ডেই ডেই গৈছিল।

"...তুলসীৰাম বৰুৱা শিৱসাগৰ মজলীয়া পঢ়াশালিৰ (এম. ভি.) হেডপণ্ডিত আছিল। সেই-গুণে তেখেতক ডাঙৰীয়া নুবুলি 'বাবু' বোলা হৈছিল। তুলসীবাবুৱে হেমচন্দ্ৰ বৰুৱাৰ 'পঢ়াশালীয়া অভিধান' খন ছপাই উলিয়াইছিল। 'হেমকোষ' ওলোৱাৰ

খ. লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ মোৰ জীৱন-সোঁৱৰনত অনুৰূপ কাহিনী পোৱা যায়।—"হৰি চাটুৰ্জ্জী নামেৰে হাইকৰ্টত (কলিকতা হাইকৰ্টৰ—লেখক) উকীল এজনেৰে সৈতে মোৰ মধ্যম ৰকমৰ চিনা-পৰিচয় হৈছিল। এদিন হাইকৰ্টৰ দুম-হলাৰ বাৰাণ্ডাত টহলি ফুৰিছোঁ, এনেতে তেওঁক দেখা পালোঁ। মই আগবাঢ়ি গৈ তেওঁক মোৰ নমস্কাৰ জনাই কথা কবলৈ ধৰিলোঁ। তেওঁ মোৰ মুখৰফালে ৰ লাগি এনেকৈ চাই ৰ'ল যে তেওঁ যেন মোক কেতিয়াও দেখা নাছিল। তেওঁৰ তেনে ভাবলৈ ম! নিদি মই হাঁহি হাঁহি অৰ্গল কথা কৈয়ে গৈছোঁ। শেহত তেওঁ মোক কলে, 'মশায় মাফ করবেন, আমিতো আপনাকে চিনি না। আপনি হয়তো আমাকে আমাৰ ভাই মনে কৰছেন। আমাৰ ভায়েৰ নাম হৰি, আমাৰ নাম হৰ।' এই বুলি তেওঁ মোক তাতে এৰি গুচি গ'ল।" (পৃঃ ৯৯)'।

আগেয়ে সেইখনৰ বৰ্ণবিন্যাসকহে সকলোৱে অনুসৰণ কৰিছিল। হেম বৰুৱাৰ 'কানীয়াৰ কীৰ্ত্তন', 'বাহিৰে ৰং চং ভিতৰে কোৱা-ভাতুৰী, অসমীয়া ব্যাকৰণ', মেজেইৰ চিষ্টেমচ্ অব্ ডি পিপলচ্ অব্ আচামৰ দ্বিতীয় সংস্কৰণ তেখেতেই প্ৰকাশ কৰিছিল। 'স্বপ্ন-চৰিত' আৰু কিবা-কিবি তখনমা কিতাপ লিখি ৰচনা কৰি ছপাই উলিয়াইছিল। পুতেক আনন্দৰাম বৰুৱা তেতিয়া ডেকা।

কমলবাবুৱে বেজবৰুৱা ঘৰৰ বেজালি-ব্যৱসায়টো জাযাই ৰখাত প্ৰাণ-পৰিশ্ৰমে পৰিযত্ন কৰিছিল। তেখেতৰ পুতেক তুলালচন্দ্ৰই দেউতাকৰপৰা শিকা বিদ্যাৰ বলতেই আমোলা হোৱাৰ উপৰিও সুবিখ্যাত চিকিৎসক হব পাৰিছিল। তেখেতৰ ভায়েক গোপাল-চন্দ্ৰ বেজবৰুৱা; এই কেইবছৰমান মোৰ সহপাঠী আছিল" (পৃঃ ১২১৪)১৩।

হেমচন্দ্ৰই নিজ পৰিয়ালৰ বিষয়ে অলপহে উল্লেখ কৰিছে তেওঁৰ পত্নী আৰু কন্যাৰ বিষয়ে একো জনা নেযায়। তেওঁ কৈছে যে তেওঁ গুৱাহাটীলৈ অহাৰ আগেয়েই বিয়া কৰি ভাৰ্য্যাক নিজ ঘৰলৈ আনিছিল। সেই সময়ত ছোৱালী কম বয়সত বিয়া দিয়া হৈছিল। ১৮৬০ চন হেমচন্দ্ৰৰ বয়স ২৫ বছৰ। সম্ভৱ তেওঁ এই শকৰ কিছু পূৰ্ব্বে বিয়া কৰে। তেওঁ লিখিছে, "মই শিৱ-সাগৰ এৰি অহাৰ সময়ত তেওঁ সগৰ্ভা আছিল। পাচে ইং ১৮৬৩ শকত এটী ছোৱালী পাই ১৮৬৫ শকৰ নবেম্বৰ মাহত জহনী ৰোগৰ হাতত প্ৰাণ সমৰ্পিলে"।৩

"পত্নীমৃতে হেমচন্দ্ৰে বিবাহ নকৰি।
গুৱাহাটী নগৰত বৈলা কাৰ্য্য কৰি॥" (বে.ব., পৃঃ ৯২)

তেওঁ পুনৰ বিয়া নকৰালে। তেওঁৰ বংশত একাধিক পাণি গ্ৰহণৰ দৃষ্টান্ত নোহোৱা নহয়। অধিককি, তেওঁৰ পিতৃয়েও দুবাৰ

বিয়া কৰায়। তেওঁ গুৱাহাটীত যি চাকৰি কৰিছিল, তাৰ দ্বাৰা প্ৰায় ডেৰকুৰি বছৰীয়া হেমচন্দ্ৰৰ কাৰণে দ্বিতীয় বিবাহ অতি সহজ আছিল। কিন্তু তেওঁ পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ, যিজনক 'পূজনীয় বিদ্যাসাগৰ' বুলিছে, অনুগামী আছিল। ঈশ্বৰচন্দ্ৰৰ নিচিনাকৈ তেওঁ বিধবা-বিবাহৰ সমৰ্থক। পত্নী-বিয়োগৰ পাছত দ্বিতীয়বাৰ বিয়া কৰা প্ৰসঙ্গত যুক্তিবাদী মনৰ অধিকাৰী হেমচন্দ্ৰই কৈছে, "আজি-কালি আমাৰ সমাজত অৱস্থাৰ্লে চাই ভাৰ্য্যা-মৰা পুৰুষে পুনৰায় বিয়া-কৰা গোটেই নিন্দনীয়। মই ভাবি চালোঁ মোৰ ভাৰ্য্যাৰ নৈহি মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হলহেঁতেন। তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হলেই মই এটা কিম্বা তিনিটা বা অধিক বিয়া কৰিব পাৰোঁ; কিন্তু বিধৱা হোৱাৰ পাচত পুনৰ বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গলহেঁতেন—সমাজে বৰ্জ্জিলেহেঁতেন আৰু তেওঁ জীৱন্তে মৰা যেন হৈ থাকিলহেঁতেন, ই কেনে অসঙ্গত, কেনে অযুগুত। এতেকে পুনৰায় বিয়-কৰা মোৰ উচিত নহয়"।৩ তেওঁৰ মতে তিৰোতাৰ পক্ষে যদি দ্বিতীয় বিবাহ নিষিদ্ধ, তেন্তে পুৰুষলৈকো সেই বিবাহ নিষিদ্ধ। সেয়েহে তেওঁ পুনৰ বিয়া নকৰি সুদীৰ্ঘ ৩১ বছৰ কাল নিসঙ্গ জীৱন যাপন কৰে।

তেওঁৰ উইল বা ইচ্ছাপত্ৰত পোৱা যায় যে তেওঁৰ একমাত্ৰ কন্যাৰ নাম সাৰদা দেৱী, তেওঁৰ অন্য নাম পদ্মাৱতী। তেওঁক জাজী শিমলুগুৰিৰ নিৰাময় বৰুৱালৈ বিয়া দিয়া হয়। সাৰদা দেৱীৰ তিনিটা সন্তান—এটি পুত্ৰ আৰু দুটি কন্যা। হেমচন্দ্ৰৰ জীৱদ্দশাত সাৰদাৰ অকাল মৃত্যু হয়। 'বেজবৰুৱা বংশাৱলী' আছে—

হেমচন্দ্ৰ পত্নী ধৰে গৰ্ভে কন্যা এক।
জাঁজি গ্ৰামে নিৰাময়ে বিবাহ তাহাক॥ (পৃঃ ৯১)

হেমচন্দ্ৰ বৰুৱাই ১৮৯৫ খ্ৰীষ্টাব্দৰ ৩ জানুৱাৰী তাৰিখে তেওঁৰ সম্পত্তিৰ এখন উইল বা ইচ্ছাপত্ৰ কৰে। এই দলীলৰ উল্লিখিত উছিসকল (একজিকিউটৰচ্) হ'ল দুলালচন্দ্ৰ চৌধুৰী, মাণিকচন্দ্ৰ বৰুৱা আৰু জীৱনৰাম ফুকন। সম্পত্তি বিতৰণৰ সংক্ষিপ্ত কথা হ'ল—

| | |
|---|---|
| (১) ভায়েক তুলসীৰাম বা উত্তৰাধিকাৰীক | ৩০০০ |
| „ কমলচন্দ্ৰ বা „ | ৩০০০ |
| (২) জীৰ নাতি বা উত্তৰাধিকাৰীক ·· | ১০০০ |
| (৩) গুৱাহাটী হাইস্কুলৰ বছৰি প্ৰৱেশিকা পৰীক্ষাত সংস্কৃতত প্ৰথম হোৱা ছাত্ৰক 'হেমচন্দ্ৰ মেডেল' দিবৰ কাৰণে | ৫০০ |
| (৪) কুল পুৰোহিত বিদ্যানাথ শৰ্মা বা উত্তৰাধিকাৰীক· | ৮০ |
| ভাগিনিয়েক ত্ৰৈলোক্যনাথ গোস্বামী বা উত্তৰাধিকাৰীক | ১০০ |
| (৫) ভগ্নী পূৰ্ণাদেৱী বা উত্তৰাধিকাৰীক·· | ৫০০ |
| প্ৰতিবেশী বলোৰাম বৰুৱাক | ৩০ |
| (৬) মৃত্যুৰ পাছত দৰিদ্ৰভোজন আৰু বস্ত্ৰ দান | ১০০ |
| (৭) ভাগিনিয়েক যজ্ঞৰাপ বৰুৱা আৰু মাহীয়েক হৰিপ্ৰিয়া দেৱীক সমানে গুৱাহাটীৰ ঘৰ বাৰী, মাটি আদি দান। সংস্কৃত আৰু ইংৰাজী পুথিসমূহ গুৱাহাটী হাইস্কুলক দান। | |

তেওঁ হৰনাৰায়ণ বৰুৱা, নবীন চন্দ্ৰ বৰুৱা আৰু দয়ানন্দ বৰুৱাৰ উপস্থিতিত দলীলখন চহী কৰে। তেওঁ কেনে উদাৰ আছিল তাক 'উইল'খন পঢ়িলে বুজিব পাৰি। 'গালিভাৰচ্ ট্ৰেভেলচ্' প্ৰণেতা জনাথন চুইফ্‌টে (১৬৬৮-১৭৪৫খ্ৰী:) তেওঁৰ সম্পত্তি '.চণ্ট পেট্ৰিকচ এচাইলাম' স্থাপনৰ কাৰণে 'উইল' কৰি থৈ যায়। হেমচন্দ্ৰয়ো আত্মীয়স্বজন আৰু হিতাকাৰীক তেওঁৰ সম্পত্তি 'উইল' কৰি যায়।

# বাসস্থান

গুৱাহাটীৰ উজানবজাৰৰ ৺সিদ্ধিনাথ শৰ্ম্মাৰ চৌহদাৰ এচুকত "অসমীয়া সাহিত্যৰথী ৺হেমচন্দ্ৰ বৰুৱাৰ স্মৃতি ৰক্ষাৰ কাৰণে' অসম সাহিত্য সভাই ১৮৭৬ শকত যি স্মৃতিস্তম্ভ প্ৰতিষ্ঠা কৰিলে সেই সংলগ্ন বাৰীখনেই আছিল হেমচন্দ্ৰ বৰুৱাৰ শেষ বাসস্থান। শিতাশিলৰ এটা বাৰীখনৰ মাটি-কালি প্ৰায় ডুবিঘা। এই মাটিত "পুৰণি চামৰ সম্ভ্ৰান্ত মানুহৰ ঘৰৰ দৰে এটি চাৰি চপায়া আহল বহল সুন্দৰকৈ সজোৱা বঙলা আছিল আৰু কেইটিমান আলমাৰীৰে সৈতে তেওঁৰ নিজা লাইব্ৰেৰী আছিল। মানুহ-তনুহ গলে বৰুৱাদেৱে এই কোঠাত সোধপোচ কৰিছিল। ঘৰটোৰ সন্মুখত এখন ফুলনি" (পৃঃ ৩৬)৭। এই প্ৰসঙ্গত পদ্মনাথ গোহাঞি বৰুৱাই লিখিছে, "....গৈ, এতিয়া য'ত হেমচন্দ্ৰ স্মৃতি-ফলক' বহিছে, সেই টোলত এটি সৰু চৌচলীয়া ঘৰত সোমালোঁহক। সোমাই কাকো লগ নাপালোঁ। উদং যেন ঘৰটি নিজান-নিটাল আৰু চেঁচা যেন বোধ হ'ল। মাজতে এখনি মেজ; ভালেমান কিতাপ আৰু কাকতৰ টোপোলাৰে ভৰা। মই একেখৰে মেজলৈ চাই থৰ লাগি ৰলোঁ।" (পৃঃ ৩৯)১৪। এই ঘৰতে বহি হেমচন্দ্ৰই অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ কথাকে চিন্তা কৰিছিল। আবেলি 'চাহাবী সাজেৰেই তেওঁ নিজৰ ফুলবাৰীত কোৰ মাৰিছিল'। তেনেদৰে কোৰ মৰা দেখি কোনো কোনো ডেকা লৰাই 'ফিচিঙা-ফিচিঙি কৰিছিল'। "যিবোৰ ডেকা লৰাই তেতিয়া তেওঁৰ তাত পঢ়িবলৈ গৈছিল সেইবিলাকেও সেই ফুলনিত কেতিয়াবা কেতিয়াবা কোৰ মাৰিব লগা হৈছিল" (পৃঃ ৩৭)৭। হেমচন্দ্ৰই পূৰ্ব্বে নিজ ব্যায়াম অভ্যাস কৰিছিল। কিন্তু বাত-

বিষত আক্রান্ত হোৱাৰ বাবে সম্ভৱ আবেলি ফুৰা-চকা কৰাৰ পৰিবৰ্ত্তে কোৰ মাৰি দেহ-মন অটুত ৰাখিবৰ কাৰণে চেষ্টা কৰিছিল।

তেওঁৰ টোলৰ ময়দানত লৰাবিলাকক খেলিবলৈ দিছিল। তেওঁ অভয়শঙ্কৰ গুহৰ হতুৱাই লৰাবিলাকক ব্যাযাম শিক্ষা দিয়াইছিল। 'প্ৰতি দেওবাৰে চুবুৰীয়া লৰা-ছোৱালীবিলাকৰ মাজত নিজ হাতে জিলাপি বিলাইছিল। মোৰ মাতৃদেৱী (ক) আৰু মোমাইহঁতেও হেনো মিঠাইৰ ভাগ লবলৈ সততে আহিছিল" (পৃ ১১)৭৫।

## 'নুমাল চন্দ্ৰৰ ভাতি'

হেমচন্দ্ৰই আঠুৰ বাত-বিষত ভুগিছিল। অধিক কি .ৰ ভিখাৰ বিষত ঘৰৰ ভিতৰাত সেহাই সেহাই পৰি থাকিবলগীয় হৈছিল। এই বিকাৰ ক্ৰমাৎ বেছি হবলৈ ধৰিলে। শেহত ১৮৯৬ চনৰ ১৭ মে মঙ্গলবাৰে ৬১ বছৰ বযসত তেওঁ অনন্তধামলৈ গতি কৰিলে।

হেমচন্দ্ৰৰ মৃত্যুৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে শেষ দৰ্শনৰ কাৰণে তেওঁৰ ঘৰত অনেক লোক সমবেত হ'ল। হিন্দু সনাতনপন্থীৰ মানত তেওঁ জাতিচ্যুত। শৱ সংকাৰ সম্পৰ্কীয় কথাবাৰ্ত্তা চলি থকা অৱস্থাত তেওঁৰ আলমাৰীৰ ভিতৰত 'নিজ হাতে লিখা এখন কাকত পোৱা গৈছিল'। সেই কাকতখনত তেওঁৰ শৱ সংকাৰৰ বিষযে উপদেশ লিখা আছিল। তুলালচন্দ্ৰ

ক. সাহিত্যাচাৰ্য্য শ্ৰীঅতুলচন্দ্ৰ হাজৰীকাৰ মাতৃ।

চৌধুৰী, লক্ষ্মীলাল বৰুৱা (ক)। মানিকচন্দ্ৰ বৰুৱা (খ) আদি তেওঁৰ অন্তৰঙ্গ বন্ধুসকলে সেই কাকত পঢ়ি তলত লিখা কথাখিনি পায়।

তেওঁ লিখিছে যে জীৱশূন্য মৃতদেহটি এডোখৰ কাঠৰ নিচিনা, তাক যত্ন কৰি সংকাৰ কৰাৰ নিমিত্তে বৃথা খৰচ বা পৰিশ্ৰম কৰাৰ প্ৰযোজন নাই। মৃত দেহ মাটিত পোতা ভাল নহয়, কাৰণ তাৰপৰা ওচৰত থকা মানুহৰ স্বাস্থ্য হানি হব পাৰে; পানীত পেলালে মানুহৰ খোৱা পানী দূষিত হ'ব পাৰে; এতেকে মৃতদেহটি এখন গৰুৰ গাড়ীত তুলি নি লোকৰ বাসস্থানৰপৰা দূৰ ঠাইত পেলাই দিয়াই ভাল" (পৃঃ ১৩০) (গ)। কিন্তু অন্তৰঙ্গ বন্ধু আৰু অন্যান্য সকলৰ সেই মতে কাম কৰিবলৈ ইচ্ছা নকৰিলে। শেহত শৱ দাহ কৰাৰ সিদ্ধান্ত হ'ল। "এই কাৰ্য্যৰ প্ৰধান উৎসাহদাতা আছিল মাণিকচন্দ্ৰ বৰুৱা"। হেমচন্দ্ৰ যে জাতিচ্যুত। তেওঁৰ শৱটো নিবলৈ 'নিকপকৰীয়া অসমীয়া সমাজৰ কোনো আগবাঢ়ি নহাত পাণবজাৰৰপৰা বঙালীসকলক অহা দেখিহে জগচেৰেক অসমীয়া ডেকাৰ গালৈ হুচ আহিল'। শেহত জগৎচন্দ্ৰ গোস্বামী, মহীধৰ কটকী আদি ব্ৰাহ্মণ ডেকাসকলে আগবাঢ়ি অহা ব্ৰাহ্মণ বঙালীসকলক (ঘ) শৱাধাৰ বহনৰপৰা বিৰত কৰি শৱটো কান্ধত তুলি ললে আৰু নৱগ্ৰহ শ্মশানত 'সোণাৰ

ক. কনকলাল বৰুৱাৰ পিতৃ

খ. অনাৰেবল মাণিকচন্দ্ৰ বৰুৱা

গ. কনকলাল বৰুৱা, বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা, মাঘ, ১৮৩৭ শক

ঘ. অসমীয়া হিন্দু সমাজে জাতিচ্যুত হেমচন্দ্ৰৰ মৃতদেহ স্পৰ্শ নকৰে এনে সম্বাদ পাই এওঁলোক শৱ বহন কৰিবলৈ সাজি-কাছি আহিছিল" (পৃঃ ১৩০), বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা।

চাঁদ'ৰ শেষ কৃত্য সমাপন কৰিলেগৈ। "সেই সময়ৰ সমাজ্ঞী" বিপ্লৱী ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ প্ৰভৃতিয়েও তেতিয়াৰ হিন্দুসমাজখনৰ পৰা এনে ব্যৱহাৰকে পাইছিল" (পৃঃ ১৫)১৫।

"কিনো অসজাতি    অসমীয়া জাতি
  নুবুজিলে তেওঁ মোল,
অন্তিম কালতো    নিৰ্চিনি তোমাক
  থাকিলে নিদ্ৰাত ভাল" (স্বৰ্গযাত্ৰা : নীহু—)।

আৰু

অনিত্য সংসাৰ    কালৰ সোঁতত
  বিয়পি নেদেখা হয়;
অমৰ আতমা    বাজলৈ ওলালে
  নশ্বৰ দেহাৰ ক্ষয়।
এনে ধৰমত    বন্ধা থকা নৰ
  তুমি কি বুজিবা হায়;
মহাত্মা জনৰ,    অমৰত্ব লাভ,
  —মৰি হৈ অমৰ হয়। (হেমচন্দ্ৰ বৰুৱা : গোহাঞি বৰুৱা)

—×—

# হেমচন্দ্ৰ মানুহজন

"Some are born great, some achieve greatness, and some have greatness thrust upon in." – Shakespear, Twelfth Night. Act II, Sc. V.

পদ্মনাথ গোহাঞিবৰুৱাৰ ভাষাৰে হেমচন্দ্ৰ বৰুৱা "দীঘল দীঘল পকা ডাঢ়ীয়া পকাথেকেৰা যেন বুঢ়াগিৰি" (পৃঃ ৩৯)১৪। বিহগী কবি ৰঘুনাথ চৌধুৰীৰ মতে "তেওঁৰ ভৰা মুখখন হেনো ইছদাটোৰ দৰে টপটপীয়া লাল হৈ আছিল" (পৃঃ ১২-১৩)১৫। তেওঁ "এজন থূলন্তৰ মানুহ, দীঘল দীঘল ডাঢ়ি, গাত সদায় চাহাবী ঠেঙা কোট" (পৃঃ ১১)১৫। হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা (১৮৩৭-৯৪), লক্ষ্মীনাথ কাকতি (১৮৫৪-৯৯) আদি সেই কালৰ দীঘল দীঘল ডাঢ়ি বিশিষ্ট লোক, কিন্তু গুণাভিৰামৰ ডাঢ়ি বৰ পৰা।

হেমচন্দ্ৰ অধ্যয়নশীল, সময়নিষ্ঠ, মিতব্যয়ী, নিৰহঙ্কাৰী আৰু সমদৰ্শী আছিল। তেওঁ সামাজিক কপটতা বৰকৈ ঘিণাইছিল।

তেওঁ অনেক বাধা-বিঘিনি অতিক্ৰম কৰি সংস্কৃত, ইংৰাজী আৰু হিন্দী ভাষা আয়ত্ত কৰিলে। সেইটোৱে তেওঁৰ মনৰ দৃঢ়তা, নেৰানেপেৰা চেষ্টা আৰু জ্ঞান-সাধনাৰ পৰিচয় দিয়ে। তেওঁ নিসন্দেহে প্ৰতিভাধৰ ব্যক্তি। তেওঁ উৰ্ব্বীধৰ বৰুৱাৰ টোলত সংস্কৃত শিক্ষা লাভ কৰিছিল যদিও নিজ চেষ্টাৰ দ্বাৰাইহে উক্ত ভাষাৰ পণ্ডিত হৈছিল। তেওঁ সংস্কৃতত শুৱলা স্তোত্ৰ ৰচনা কৰিব পাৰিছিল। চাৰ ষ্টুৱাৰ্ট বেইলী (ক) অসমৰ চিফ কমিছনাৰ হৈ অহাত গুৱাহাটীত তেওঁৰ অভ্যৰ্থনা উপলক্ষ্যে হেমচন্দ্ৰ বৰুৱাই

---

ক. এ. চি. বেইলীৰ কাৰ্য্যকাল ১৮৭৮-৮১ খ্ৰীঃ

এটি অতি শুৱলা সংস্কৃত কবিতা ৰচনা কৰিছিল। ৰায় বাহাদুৰ জগন্নাথ বৰুৱাৰ সেই কবিতাটি মুখস্থ আছিল। তেওঁ তাক সদায় গালাগিছিল।

"তাহানি গুৱাহাটীলৈ পণ্ডিতা ৰমাবাঈ আহোঁতে তেওঁ (হেমচন্দ্ৰ বৰুৱাই—লেখক) নিজে ৰচা সংস্কৃত কবিতা এটি ৰমা-বাঈৰ আগত মাতি শুনাইছিল। ৰমাবাঈয়ে ঠিক তেনেদৰেই তাৰ উত্তৰ দিছিল। গুৱাহাটীৰ নৰ্ম্মাল স্কুলৰ অধ্যাপক নাৰায়ণ বিদ্যাভূষণেৰে সৈতে তেওঁ প্ৰায়েই সংস্কৃত চৰ্চ্চা কৰি থকা দেখা গৈছিল" (পৃঃ ১১৯)। সংস্কৃতৰ প্ৰতি এনে অনুৰাগৰ বাবেই তেওঁ ৰজা ৰাজেন্দ্ৰলাল মিত্ৰক (১৮২২-৯১ খ্ৰীঃ) (ক) কামৰূপৰ প্ৰাচীন সংস্কৃত পুথি সংগ্ৰহ কাৰ্যত সহায় কৰি গলাগৰ পাত্ৰ হয়। ভাষা শিকাৰ সঙ্কল্পেৰে ঘৰতে ইংৰাজী শিকি তেওঁ সেই ভাষাৰ উত্তম লেখক হয়। তেওঁ ইংৰাজীত লেখা অসমীয়া বিবাহ পদ্ধতিখনেই ইয়াৰ নিদৰ্শন বুলিব পাৰি। "ৰাজকাৰ্য্য কৰ্ম্মত থকা কালত বৰুৱাই মাহিলি দৰ্ম্মহাৰ টকাৰে তেওঁৰ মাক, ভায়েক, বিধৱা ভনীয়েক এই সকলক আৰু শিক্ষাব্যয়ানুকুল্যতাৰ বাবে দেশী যোত্ৰহীন ভাললোকৰ লৰাকো সহায় আৰু ছাত্ৰসকলক নিজ পৰিশ্ৰমেৰে যি পাৰে বিদ্যা দান কৰিছিল"।১১

তেওঁ সময়ৰ সদ্ব্যৱহাৰ কৰিছিল। "সময় যে সকলো সুখৰ কঠীয়াতলী তাকো ভালকৈ বুজি বিনা কাৰ্য্যত, অকাৰণে সময় উৰি যাবলৈ নিদিছিল আৰু প্ৰত্যেক ৰাতিপুৱা ঠিক সময়তে শয্যাৰ পৰা উঠি হাত-মুখ ধুই নিজগাল ঠাইত নিজৰ পাঠাভ্যাস

---

ক. ৰাজেন্দ্ৰলাল মিত্ৰই ইতিহাস, পুৰাতত্ত্ব, সাময়িকপত্ৰ পৰিচালনা নানা সংস্কৃত আৰু পালি গ্ৰন্থৰ সম্পাদনা আদি বিষয়ত নিজৰ বিচক্ষণতা আৰু বৈজ্ঞানিক প্ৰণালীৰ পৰিচয় দিয়ে। কনকলাল বৰুৱা, বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা।

আৰু নিত্য কৃত্যাবসানে সময়ত কাছাৰীলৈ গৈ তাৰপৰা আহি আবেলি ভাল স্বভাৱৰ লৰাৰ লগত ফুৰোঁতে জ্ঞানৰ চৰ্চাৰ এৰি আন উপহাসৰ আলোচনা কৰা নাছিল। গধুলি-সময় নিজ কোঠাত বহি পাঠ আৱৰ্ত্তন কৰোঁতে মতৰ নিমিত্তে তেওঁৰ আগত কোনোৰ কোনো কথাৰ প্ৰস্তাৱ হলে, তেওঁ কেৱল তাৰ সাৰাংশ বাছি সংক্ষিপ্ত উত্তৰ মাথোন ব্যক্ত কৰে। শ্ৰোতাজনে আকও তাৰ ওপৰত পেঘেনিয়াই কোনো কথা সুধিলে তেওঁ বৰ বেজাৰৰ ভাব দেখাই ঘূৰি একো নকৈ মনে মনে নিজ পাঠত থাকে"।১১ তেওঁ কেনে সময়নিষ্ঠ লোক আছিল তাৰে এটা উদাহৰণ দিয়া হ'ল। "এদিন গুৱাহাটীত কোনো এখন সভালে তেওঁক নিমন্ত্ৰণ কৰে। বক্তৰাদেৱে চিঠিত দিয়া ঠিক সময়মতে সভা ঘৰলৈ আহি সভাৰ কোনো আয়োজন নেদেখি নিছাতে সময় নিনিয়াও বুলি গুচি আহে" (পৃঃ ৩৬)১৬।

মিতব্যয়িতা তেওঁৰ চৰিত্ৰৰ আন এটি বৈশিষ্ট্য। এইকাৰণে কোনোৱে তেওঁক কৃপণ বুলি ভাবে। কনকলাল বৰুৱাই লিখিছে, "তেওঁ বাস্তৱিক কৃপণ আছিল, নহলে নিজৰ যি সাঁচতীয়া ধন আছিল আৰু যি ধন তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ উত্তৰাধিকাৰী-সকলে পালে তাৰেই সহজে অভিধানখনি ছপা কৰি উলিয়াব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি অলপ খৰচত ছপা কৰিব পৰাকৈ তেওঁ এখন সৰু পঢ়াশলীয়া অভিধান লিখিলে" (পৃঃ ৫৯)১২। এইটো স্বীকাৰ কৰিব লাগিব যে নিয়মীয়া ভগণৰ কাৰণে হেমচন্দ্ৰই প্ৰায় আঠ হেজাৰ টকা জমা কৰি গল। তেওঁ দৈনিক খৰচৰ হিচাব ৰাখিছিল। "নিচেই সামান্য বস্তুৰ অপব্যয়ো তেওঁৰ প্ৰাণে কেতিয়াও নসহিছিল। আনকি, ভোজনৰ সময়ত তেওঁৰ কাঁহীত জোখতকৈ চৰা ভাত দেখিলে, সময়ত সি কোনো কাৰ্য্যত লাগিব পাৰে বুলি ভাবি, তেওঁ তাকো যত-নেৰে সামৰি থৈছিল।...তেওঁ নিজৰ আৰ্জ্জনৰ অলপীয়া অৰ্থকে

এনে নিয়মীয়াকৈ ভগন কৰিছিল যে তাৰ দ্বাৰাই তেওঁ যি অলপ ৰাহি কৰিব পাৰিছিল, তাৰেই তেওঁ প্ৰায় সকলো অভাৱ তেওঁ পূৰাই লৈছিল। যেতিয়া নিজৰ বুদ্ধি আৰু শক্তিৰ বলত তেওঁৰ অৱস্থা দোপত-দোপে উন্নত হ'বলৈ ধৰিলে, তেতিয়াও তেওঁ সৰু-কালৰ নিয়মীয়া ভগনৰ কথা ভালকৈ মনত ৰাখিছিল আৰু তাৰ নিচেই সামান্য বস্তুৰো অপব্যয় নকৰিছিল" (পৃঃ ৩৬-৩৭)৭।

"তেওঁ সদায় বিবেকৰ অনুগামী হৈ চলিছিল। মানুহে ভাল বোলক বা বেয়া বোলক তালৈ কেতিয়াও কেৰেপ নকৰিছিল" (পৃঃ ১২)। নিজে যিটো বেয়া বুলি ভাবিছিল তাক আনে ভাল বুলি কলেও মত সলনি নকৰিছিল। নিজৰ কৰ্ত্তব্য সাধি তেওঁ সন্তুষ্ট হৈছিল।

তেওঁ কপটতা আৰু ভণ্ডামি বৰকৈ ঘিণাইছিল। সেইকাৰণে তেওঁ নৈষ্ঠিক ব্ৰাহ্মণ সমাজলৈ ভয় কৰি চলা নাছিল। যিজনে বিবেকৰ ওপৰত আস্থা ৰাখে তেওঁ আনৰ ভাল-বেয়া মন্তব্যলৈ কেৰেপ কৰিব কিয়? 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' পুথিত তেওঁ সমকালীন অসমীয়া সমাজখনক বিদ্ৰূপ কৰাৰ লগতে সমাজৰ ভণ্ডামি উদঙাই দেখুৱাইছে।

তেওঁ বহু পৰিমাণে কু সংস্কাৰ মুক্ত আছিল। "সমাজৰ বাধা-নিষেধবোৰ আওকাণ কৰি তেওঁ ইংৰাজী ভাষা শিক্ষা কৰিছিল আৰু 'মেলেচ্ছ' ইংৰাজৰ লগত সম্পৰ্ক ৰাখিছিল। তেওঁ সেই অন্ধ-যুগতে ঠাৰৰকৈ বুজি পাইছিল যে দেশখনক প্ৰগতিৰ পথত নিবলৈ হলে ইংৰাজী ভাষা সাহিত্য শিকিবই লাগিব। তেওঁ কোনো বিষয়ত ইংৰাজৰ আৰ্হি লৈছিল কিন্তু সেই আৰ্হি বান্দৰৰ অনুকৰণ নাছিল" (পৃঃ ৬)৮। তেওঁ ব্ৰাহ্মণ হলেও দুজন শূদ্ৰ ৰান্ধনি ৰাখিছিল। ৰান্ধনি দুজনক তেওঁ ফিট্‌ফাটকৈ ৰাখিছিল। সিহঁতক এ. ৮ টা জেপবড়া কিনি দিছিল।

ইংৰাজ লেখক টমাচ্ ডি কুইন্সিয়ে (১৭৮৫-১৮৫৯ খ্রীঃ) তেওঁৰ ৰোগ (নিউৰেল্জিয়াৰ বিষ) উপশমৰ কাৰণে কানি ব্যৱহাৰ কৰাৰ দৰে হেমচন্দ্ৰয়ো বাত-বিষ ৰোগৰ আৰামৰ নিমিত্তে সুৰা সেৱন কৰিছিল। তেওঁ পুৱা-গধূলি ঘৰৰ ভিতৰতে এই কাম কৰিলেও অতিৰিক্ত সুৰাপান নকৰিছিল। "সুৰাপানৰ সময়ত লগৰীয়াসকলৰ মাজত নানা খুহুতীয়া কথা ওলায়। এবাৰ বোলে কোনোবা এজনে হেমচন্দ্ৰক সুধিলে, 'বৰুৱা আপুনি স্পিৰিট (অৰ্থাৎ ভূত বা দেৱতা) মানে নে'? হেমচন্দ্ৰই ততালিকে ক'লে, "মানো তে', নাপত্তিওৱা যদি চোৱা সোৰা গাৰুৰ তলত মোৰ স্পিৰিট (অৰ্থাৎ মদ) আছে'? এই কথা শুনি ভদ্ৰলোকজনে কলে, 'বৰুৱা ইমানদিনে আপোনাক 'নীৰস তৰুবৰ' বুলি ভাবিছিলোঁ, কিন্তু এতিয়া দেখিছোঁ ৰসে টুপ্‌ টুপ্‌ জিম" (পৃঃ ১৪)৭।

তেওঁ সকলোৰে প্ৰতি সমদৰ্শী আছিল। এই প্ৰসঙ্গত বেণুধৰ ৰাজখোৱাই তেওঁৰ আত্ম-জীৱনীত 'স্মৰণীয় পুৰুষ' হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে লিখিছে, "মই ১৮৮৯ চ ত যেতিয়া কলিকতালৈ যাওঁ তেতিয়াই গুৱাহাটীত তেওঁক দেখা কৰোঁগৈ। তেওঁক দেখি বৰ ভাল পালোঁ। ল'ৰা বুলি তেওঁ মোক অৱজ্ঞাৰ চকুৰে চোৱা নাছিল। মই ভাষা সম্বন্ধে তেওঁৰে সৈতে বহুত আলোচনা কৰিছিলোঁ। মোৰ মনত আছে মই তেওঁক সুধিছিলো, 'ভাটি শব্দৰ পৰা উৎপন্ন হৈছে যেতিয়া 'উভটি' নহৈ 'উভতি কিয় হ'ব'? তেওঁ ক'লে, 'আমি 'উভতি' উচ্চাৰণ কৰোঁ, 'উভটি' উচ্চাৰণ নকৰোঁ'। কথাষাৰ শুনি মোৰ বৰ ভাল লাগিল। কিয়নো বহুতে ভাৱে, অসমীয়াত মূৰ্দ্ধণ্য আৰু দন্ত্যৰ উচ্চাৰণ নাই। এনে কি কোনো কোনোৱে 'ট' আৰু 'ত' বৰ্ণৰ এটা বৰ্ণ উঠাই দিবলৈয়ো পৰামৰ্শ দিয়ে। পিচত মই মাজুলীৰ অধিকাৰ আৰু আন আন গোসাঁই মহন্তৰ মুখত 'ট' আৰু 'ত' বৰ্ণৰ

সংস্কৃত উচ্চাৰণ শুনিবলৈ পালোঁ। তেতিয়াৰ পৰা মই যতদূৰ পাৰোঁ মূৰ্দ্ধণ্য আৰু দন্ত্যৰ আচল উচ্চাৰণ কৰোঁ।" (পৃঃ ১৯৭)১৮।

পদ্মনাথ গোহাঞি বৰুৱাই তেওঁৰ বন্ধু বসন্তকুমাৰ গোস্বামীৰ লগত গৈ হেমচন্দ্ৰ বৰুৱাক সাক্ষাৎ কৰাৰ সন্দৰ্ভত লিখিছে, "মোৰ লগৰীয়াই লৰালৰিকৈ মোৰ চমু চিনাকি দি যাওঁতেই তেখেতে এটি সন্তোষ। হাঁহি মাৰি এই বুলি মাতি উঠিল, "অ" এওঁৱেই পদ্মনাথ নে'? মই ততালিকে থিয় দি নম্ৰভাৱে উত্তৰ দিলোঁ, 'হয়'। পিচ মুহূৰ্ত্তে তেখেতে আকৌ সুধিলে, 'বিজুলী (ক) কোনে চলাইছে? বিজুলীৰ তৃতীয় বছৰৰ শেষ সংখ্যা পৰহি মাথোন পাই পঢ়ি উঠি বং পালোঁ'। তাৰ পাচত 'বিজুলী' বৃত্তান্ত মই বিবৰি কৈ দিছোঁ, এনেতে তেখেতে এটা দীঘল হুমুনিয়াহ পেলাই এই আক্ষেপ কৰিবলৈ ধৰিলে, 'এৰা, আমাৰ দেশী ভাষাৰ আলোচনী কাকতৰ দশা তেনেকুৱাই। আমাৰ দেশৰ মানুহে আজিলৈকে বাতৰি-কাকতৰ মোল বুজা নাই, আলোচনী কাকতৰ মোল কি বুজিব? আমাৰ সমাজত আজি-কোপতি পাঠকসমাজ ( reading public ) বুলি এটা বস্তুৰ সৃষ্টি হোৱা নাই, আৰু কেতিয়াবা হব যে ক'ব নোৱাৰিছোঁ এথোন' এই বুলি তেখেতে তাহানিৰ 'অৰুণোদয়' কাকতকে আদি কৰি আমাৰ দেশী বাতৰি আৰু আলোচনী কাকত আটাইবিলাকৰ ইতিবৃত্ত বিবৰি কৈ কৈ আক্ষেপ কৰিবলৈ ধৰিলে। আমি দুয়ো একেথৰে সেই ঋষি পুৰুষৰ মুখলৈ চাই চাই বিষাদত ম্লান পৰি

ক. কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত কলিকতাৰপৰা বিজুলী (১৮৯০ ৯২) নামৰ মাহেকীয়া আলোচনী ওলায়। ইয়াৰ দ্বিতীয় আৰু তৃতীয় বছৰৰ সম্পাদক ক্ৰমে পদ্মনাথ গোহাঞি বৰুৱা আৰু বেণুধৰ আছিল। তৃতীয় বছৰ সম্পূৰ্ণ নৌ হওঁতেই এই কাকত বন্ধ হয়।—লেখক

যোৱা যেন হলোঁ। তেনেতে, ভতালিকে তেখেতে আমাৰ মুখলৈ চাই কিবা ভাবি, কথাৰ ধাৰ লবাই লৈ, এইবুলি আমাক উদ্‌গানি দিবলৈ ধৰিলে, 'কিন্তু, চিৰকাল সমানে নাযায়; আৰু মানুহৰ অসাধ্য একো নাই। ঘহোঁতে ঘহোঁতে শিলো ক্ষয় যায়। আমাৰ নেৰানেপেৰা শ্ৰম চলি থাকিলে আমাৰ জাতীয় উন্নতিৰ গতিত ভেটা দি পৰিথকা ডাঙৰ শিল চপৰাও যে ক্ষয় নাযাবগৈ সিও নহয়। এতেকে আমি হতাশ হোৱাৰ সকাম নাই; কাচি পাৰি লাগিবহে লাগে। বিশেষ আমাৰ জাতীয় সাহিত্যৰ উন্নতিৰ খতিয়ন ভালৰ ফালেই টান লৈছে'।

'আনে তৎ ধৰিব নোৱাৰাকৈ তেখেতে কথাৰ ধাৰ সলোৱাৰ অৰ্থ কিন্তু আমি নুবুজাকৈ নাথাকিলোঁ; বুজি বিবাদী গুচি ৰংমুৰা হলোঁ।···

'···মোৰ লগৰীয়া খৰতকীয়া সদানন্দ বন্ধু বসন্ত কুমাৰ গোসাঁইদেৱে খৰলি পাক দি উঠি, সেই আধাপঢ়া 'বিয়া-পদ্ধতি' কিতাপখনি জেপত ভৰাইলৈ বিদায়লৈ উদ্যত হৈছে, এনেতে আমাৰ সাহিত্যিক মুনিয়ে দক্ষিণালৈ হাতপতাৰ দৰে হাত পাতি তেওঁক এই বুলি যাচ্ঞা কৰিলে, 'কিতাপৰ বেচ ফেৰা? 'বন্ধুৱে সেমেনা-সেমেনিকৈ তেওঁৰ হাঁচটিৰ গাঁথিৰপৰা টকা এটা উলিয়াই দেখুৱাই কলে, 'এ, ভঙ্গনীয়া নাই।' 'দিয়া ভঙ্গাই দিওঁ' বুলি ওজাদেৱে টকাটো হাতপাতি লৈ হাতনি পেৰা মেলিবলৈ ধৰি মোলৈ চাই কলে, 'তুমিও জানো এখন নিকিনিবা'? মই গিৰিসাই উত্তৰ দিলোঁ, মোৰ হাতত বাট-খৰচৰ ভপৰঞ্চি পইচা এটিও নাই'। 'এই টকাটোৰ পৰা কাঢ়ি লওঁ, তুমি তেওঁক পাচত দিবাগৈ' বুলি তেখেতে গোসাঁইদেৱক সিকি এটা ওকলাই দি মোক বেগাবেগিকৈ সেই বিবাহ বিষয়ক ইংৰাজী কিতাপ

—৮

এখনি আনি দি, এই বুলি মোখনী মাৰি থলে, 'বেয়া লেপাৰা-ৰ্ক, এইদৰে নেবেচিলে আমাৰ দেশত কিতাপ-পুথি বেচিবৰ আন উপায় নাই" (পৃঃ ৪১ ৪৩)১৪। 'তিনিঘণ্টাৰ ওপৰ সময়ৰ সাক্ষাৎ' পদ্মনাথ গোহাঞিবৰুৱাৰ 'তিনিমিনিটমানহে' যেন লাগিল।

তেওঁৰ বন্ধু লক্ষ্মীলাল বৰুৱাৰ পুত্ৰ কনকলাল বৰুৱাই লৰা-কালত হেমচন্দ্ৰৰ "তত্ত্বাৱধানতে লেখা-পঢ়া শিকি অসমীয়া ভাষাত কোনো ৰচনা আদি নিলিখাত তেওঁ পেটে পেটে বেয়া পাইছিল বহুদিনৰ পিচত 'জোনাকী'ত এই লিখকে ৰচা এটা অসমীয় কবিতা (ক) পঢ়ি বৰ সন্তোষ প্ৰকাশ কৰি লিখকৰ বন্ধু এজনক কৈছিল" (পৃঃ ১২৯)গ।

হেমচন্দ্ৰ, গুণাভিৰাম বৰুৱা আৰু কমলাকান্ত ভট্টাচাৰ্য্য (খ) বৰ্ত্তমান অসমৰ আগশাৰীৰ সমাজ-বিপ্লৱী। "তেওঁলোক অৱশ্যে কোনো সমাজ-বিপ্লৱৰ সৃষ্টি কৰা নাছিল আৰু তেওঁ কোনো আন্দোলনৰ লগত সাঙোৰ খাই পৰা নাছিল"।৮ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ হেমচন্দ্ৰই বিধৱা-বিবাহৰ সমৰ্থন কৰিছিল আৰু ৰক্ষণশীল সমাজৰ আচাৰ-নীতিৰো বিৰোধী আছিল।

---

ক. ব্ৰহ্মপুত্ৰ—জোনাকী, ৩য় ভাগ, ১৮৯১
"কবিতাটো পঢ়ি হেমচন্দ্ৰ বৰুৱাই কৈছিল, "এই কনি-পোৱালিটি আগলৈ উজ্জ্বল বস্তু হ'ব" (পৃঃ ২৬)১২

খ. কমলাকান্তৰ (১৮৫৪-১৯৩৬) ধৰ্ম্মৰ ক্ষেত্ৰত যি উদাৰ আৰু সংস্কাৰী মনোভাৱ তাৰ পটভূমিত আছিল যোৱা শতিকাৰ ভাৰতীয় সমাজত যুগান্তৰ অনা ব্ৰাহ্মসমাজ আৰু আৰ্য্যসমাজৰ নতুন দৃষ্টিভঙ্গী" (পৃঃ ৫৪) ডঃ প্ৰফুল্লদত্ত গোস্বামী, প্ৰকাশ ৪ৰ্থ বছৰ, ষষ্ঠ সংখ্যা, ১৯৭৯

গ. কনকলাল বৰুৱা, বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা

সেই সময়ৰ 'গুৱাহাটীৰ বিশিষ্ট লোক বা গণ্যমান্য নাগৰিক-সকলৰ ভিতৰত' হেমচন্দ্ৰৰ স্থান আগশাৰীত আছিল। পৰশুৰাম বৰুৱা, দুলালচন্দ্ৰ চৌধুৰী, বেণুধৰ বৰুৱা, চন্দ্ৰমোহন গোস্বামী বীৰ নৰসিংহ দে প্ৰভৃতি লোকসকলৰ লগত তেওঁৰ বন্ধুত্ব আছিল ঘনিষ্ঠতাও আছিল; "তেওঁলোকৰ মাজত অহা-যোৱা আছিল কিন্তু সেয়ে হলেও সমাজখনৰ অভ্যন্তৰত হেমচন্দ্ৰ বৰুৱাৰ স্থান নাছিল আৰু তাত স্থান লবলৈকো তেওঁ কোনো দিনে আগ্ৰহী হোৱা নাছিল। কোনো সামাজিক বিধানমতে নহলেও তেওঁ প্ৰায় এঘৰীয়াৰ দৰে থাকি নিজ বিবেকৰ অনুগামী হৈ স্বতন্ত্ৰ জীৱন যাপন কৰিছিল" (পৃঃ ৭)৮। ৰক্ষণশীল সমাজেও তেওঁৰ সংস্পৰ্শ এৰি চলিবলৈ সদায় সচেষ্ট আছিল।

দুতিৰাম বৰভাণ্ডাৰ বৰুৱাৰ পুত্ৰ লক্ষ্মীলাল বৰুৱা যে হেমচন্দ্ৰৰ বন্ধু আছিল সেই কথা ওপৰত কৈ অহা হৈছে। লক্ষ্মীলাল বৰুৱাৰ কন্যা শৰৎকুমাৰী দেৱীৰ মাণিকচন্দ্ৰ বৰুৱাৰ (১৮৫১-১৯১৫খ্ৰীঃ) লগত ১৮৮১চনত বিয়া বন্দৱস্ত হয়। কিন্তু এই বিষয়ে পোনতে আউল লাগিছিল, আউল ভাঙিলে হেমচন্দ্ৰ বৰুৱাই। "মাণিকচন্দ্ৰ আহাৰ-বিহাৰত বিলাতী ধৰণৰ হোৱা কাৰণে কোনো কোনোৱে এওঁক ছোৱালী দিব নালাগে বুলি আপত্তি তুলিছিল, পিচে লক্ষ্মীলাল বৰুৱাৰ বন্ধু হেমচন্দ্ৰ বৰুৱা আদিৰ উদ্যোগত এই আপত্তি নৰজিল" (পৃঃ ১৫)১৯।

দেশহিতৈষনা হেমচন্দ্ৰৰ চৰিত্ৰৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। অসমীয়া ভাষাক অপহৃতা অসুৰাৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে সচেষ্ট আছিল। অসমীয়া ভাষা যে বঙলা ভাষাৰপৰা পৃথক তাক বুজাবৰ নিমিত্তে তেওঁ অনেক লিখামিখি কৰিছিল। এই বিষয়ে বঙভাষীসকলৰ লগৰ কেতিয়াবা তৰ্কও হৈছিল। তথাপি বঙালীসকলৰ প্ৰতি মাইবা সেই ভাষাৰ প্ৰতি কোনো কুৰ্ধৰি ভাব

নাছিল। তেওঁ বঙলা কাকতত প্ৰবন্ধাদিও লিখিছিল। "অসমীয়া ভাষা লৈ যুদ্ধ তেওঁৰ' দিনত ভালকৈ এবাৰ হৈ গৈছিল। বহু-মূৰীয়া দৈত্যৰ (hydra-headed monster) নিচিনা মিছা কথা মৰিও নমৰে। হেমচন্দ্ৰ বৰুৱাই এবাৰ মাৰি যোৱা দৈত্য আকৌ সজীৱ হৈ মূখ মেলি উঠাত দ্বিতীয়বাৰ শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই তীক্ষ্ণ বাণেৰে তাক বধ কৰিলে" (পৃঃ ১৪)১২। কিন্তু সেই ৰক্তবীজৰ বংশৰ কণ্‌কঠীয়া আজিও মৰা নাই। 'আসাম নিউচ' নামৰ ইংৰাজী-অসমীয়া সাপ্তাহিক কাকত সম্পাদনা কৰিও তেওঁ দেশ সেৱা কৰিলে। অসমৰ অৱস্থা উন্নত কৰিবৰ উদ্দেশ্যে গঠিত আসাম এছোছিয়েচনৰ লক্ষ্য সাধনৰ অৰ্থে প্ৰয়োজনীয় জাতীয় নিধিলৈ দান-বৰঙনি আগবঢ়াবৰ বাবে তেওঁ আসাম নিউচত আহ্বান জনায়।

তেওঁ প্ৰচাৰবিমুখ আছিল। তেওঁ আলোক-চিত্ৰ তোলাৰ পক্ষপাতী নাছিল। "এবাৰ হেনো বন্ধু এজনে কোনোবা টলকত তেওঁৰ ফটো এখন তোলাই কেনে হৈছে চাবলৈ দিয়ে। বৰুৱা ডাঙৰীয়াই খণ্ডত অগ্নিমূৰ্ত্তি ধৰিলে। তেওঁ হেনো ফটোখন দীঘে দীঘে দুইখণ্ড কৰি ফালি ফটা কাকতৰ পাচিত ঠাই দিলে আৰু আগলৈ বন্ধুজনক তেনে কাম নকৰিবলৈ সাৱধান কৰি দিয়ে। বৰুৱা ডাঙৰীয়া উঠি ভিতৰলৈ যোৱাত বন্ধুজনে ফটো দুফাল বুটলি লৈ গ'ল। বৰুৱা ডাঙৰীয়াৰ আন কোনো ফটো নথকাত তেওঁৰ মৃত্যুৰ পিছত সেই ফটো দুফালকে পাছফালে টাপলি মাৰি, জোৰা লগাই জৰাসন্ধৰ দৰে এখন ফটো কৰা হৈছিল বুলি মোৰ (ক) শিক্ষক সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকীদেৱে আমাক কৈছিল। কটকীদেৱে আৰু কৈছিল যোলে বৰুৱা ডাঙৰীয়াৰ চহীটোও

ক. সাহিত্যাচাৰ্য্য শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ। সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকীৰ হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত, ১৯৮২ দ্ৰষ্টব্য।

সংগ্ৰহ কৰা হৈছিল এখন পুৰণি মণিঅৰ্ডাৰৰ কুপনৰ পৰা” (পৃঃ ১৩)৮।

সামৰণিত ক’ব পাৰি হেমচন্দ্ৰ বৰুৱা “নিজৰ যত্ন, বুদ্ধি আৰু পৰিশ্ৰমৰ ওপৰতে মাথোন ভিৰ দি নিজৰ উদ্দেশ্য সিদ্ধি কৰাৰ ছলি থকা পটন্তৰ” (পৃঃ ৫২)৩২।

—×—

## অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম ঃ আদি পৰ্ব

অসমৰ স্বাধীনতাৰ গৌৰৱ-ৰবি অস্ত যোৱাৰ উত্তৰ কালৰ প্ৰথম কেইবছৰমান চৰকাৰী কাম-কাজ আৰু পঢ়াশালিত অসমীয়া ভাষা চলিছিল, কিন্তু বিদেশী ইংৰাজসকলৰ লগত ঢাকা, ৰংপুৰ আদি ঠাইৰপৰা অহা বঙালী আমোলাসকলৰ চক্ৰান্তত অসমীয়া ভাষা স্থানচ্যুত হ’ল। “অসমীয়া ভাষা আদালতৰ ভাষা থাকিলে সিহঁতে কাম কৰিবলৈ টান পাব, সেই বাবেই সিহঁতে ইংৰাজ হাকিমবিলাকক বুজাবলৈ ধৰিলে যে অসমীয়া ভাষা এটা বেলেগ ভাষা নহয়, ই বঙলা ভাষাৰে চহা অৱস্থা মাথোন; আৰু অস মীয়া ভাষাৰে টান টান ভাবৰ একো কথাকে প্ৰকাশ কৰিব নোৱাৰি। ইংৰাজ বিদেশী, কি জানে. প্ৰথমতে গৈ সোমাইছে মাথোন; তাৰ মানুহৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, মাত-কথাৰ বিষয়ে একো নেজানে; আৰু বঙ্গালীক অসমীয়াতকৈ বেছি শিক্ষিত বুলি জানে। কাজে-কাজেই কেৰেণী কামৰ নিমিত্তে বনাই থুৰা, সেই বঙ্গালীবিলাকৰ কথাকে সাৰোগত কৰি, অসমীয়া

ভাষাক ১৮৩৬ চনত আদালতৰপৰা বাজ কৰি, তাৰ ঠাইত বঙ্গালী ভাষাক বহুৱালে” (পৃঃ ১২৮)২। অসমীয়া ভাষাৰ ওপৰত এইটো বাঘ-ঢকা।

ইয়াৰ ফলত অসমীয়া লৰাই আচহুৱা ভাষা এটাৰ পৈণত হৈ জ্ঞান আৰ্জ্জিব লগা হোৱাত জ্ঞান নো কি তাৰ গোন্ধকো নেপালে। “আক ৩/৪ বছৰ পঢ়ি যি ভাষা শিকিছিল তাকো শুনিলে হাঁহি উঠে। চিৰস্মৰণীয় আনন্দৰাম ঢেকিয়াল ফুকনে’ সেইকালৰ কোনো এখন পঢ়াশালিৰ ওপৰৰ শ্ৰেণীৰ ছাত্ৰ এজনক এইকথা কেইশাৰী বঙ্গালী ভাষালৈ নিবলৈ ক’লে, ‘ইয়াত বহুত লৰা গোট খাইছে। আমি সম্ভৱতঃ এই দেশ এৰি আন দেশলৈ যাব লাগিব। দুখীয়া মানুহবোৰে ভাত মোকোলাবলৈ অপৰিমিত পৰিশ্ৰম কৰে’। পিছে বঙ্গলা ভাষাত শিক্ষিত ছাত্ৰজনে তাৰ এনে বঙ্গলা কৰিলে, ‘অহং স্থানতঃ অনেক বালক স্থিত হইছে। অহং এই গ্ৰাম চাৰি ভঙ্গ হইয়া গমন কৰা হইল। দীন হীন ব্যক্তিয়ে নিত্যো বিহৎ কৰিয়া কম কৰে আক অন্ন উলিয়াই” (পৃঃ ১২৮)২। এনেদৰে বঙ্গলা ভাষা শিকোতে ৩/৪ বছৰ যায়, জ্ঞান আৰ্জ্জন কৰা দূৰৰ কথা। অসমীয়া ভাষাৰে লৰাক শিক্ষা দিয়া হলে এনে দুৰ্দ্দশা নহলহেঁতেন। “মাতৃভাষাৰে যেনেকৈ সুগমে আৰু সোনকালে লৰা-ছোৱালীক শিক্ষা দিব পাৰি আন কোনো ভাষাৰে তেনে-দৰে নোৱাৰি”। (ক)

বঙলা ভাষা অসমীয়া ভাষাতকৈ ওখ খাপৰ, এই ধাৰণা হোৱাৰ ফলত মাতৃভাষাৰপ্ৰতি শ্ৰদ্ধা কমিবলৈ ধৰিলে। হীন-মন্যতা সংক্ৰামক ব্যাধিৰ নিচিনা। সেয়েহে “মানুহে ঘৰুৱা কথ-বাৰ্ত্তা কওঁতেও তাৰ মাজত দুটা চাৰিটা অশুদ্ধকৈ উচ্চাৰণ

ক. অসমৰ উন্নতি-কমলাকান্ত ভট্টাচাৰ্য্য, জোনাকী, ২য় ভাগ ১২শ সংখ্যা।

কৰা বঙ্গালী শব্দ সুৰাই কথা পতাটো হব গৌৰবৰ কথা যেন ভাবিছিল” (পৃঃ ১২৮)২। ইংৰাজ চৰকাৰে ১৮৩৭ চনত গৃহীত ২৯ আইন অনুসৰি ‘সকলো’ স্থানীয় গৱৰ্ণমেণ্টক আন ভাষাৰ সলনি দেশীয় ভাষা চলাবলৈ সম্পূৰ্ণ ‘অধিকাৰ দিছিল’ যদিও আমোলা-সকলৰ টুটকীয়া কথা শুনি স্থানীয় চৰকাৰে এই দেশত বঙলা ভাষাৰ প্ৰচলন কৰিলে। সেই আইন অসমত প্ৰয়োগ নহল।

গুণাভিৰাম বৰুৱাৰ অনুৰোধত ১৭৯১ শকত ৰচনা কৰা ‘হৰ্স’-বিসাদ বিষয়ক ৰচনা’ নামৰ পুথিত বলোৰাম খাৰঘৰীয়া ফুকন অসমীয়া মানুহৰ দুৰ্দ্দশাৰ কথা বৰ্ণাইছে। তলত তাৰ উদ্ধৃতি দিয়া হল—

“বঙ্গাল দেশৰ গাঁৱলীয়া চহা বঙ্গাল এজনে সৈতে আমাৰ অচমীয়া গাঁৱলীয়া এজনক লগলগাই দি সিহঁতৰ এলা, উলা, একা-ভকা মাতেৰে দেশৰ ৰিতি, নিতি বেৱহাৰৰ কথা বাত্ৰা সোধাসুধি কৰা সময়ত ওচৰত থিয় দি কান কৰিলেই ভাসাৰ প্ৰভেদ উত্তমে বুজিব পৰা হব। বঙ্গাল দেসত বঙ্গালী ভাসা চলি থকাৰ কাৰণ কোনো পুথি-পাজি নাইবা গোচৰ হাৰিৰ দৰ্খাস্ত জবাব আন এটাই পাৰ্হিলেও চহা চহকিএ খপিয়াই জপিয়াই আচল মোটামুটি কথাৰ ভাব বুজিব পাৰে; কিন্তু আচাম দেসত অচমীয়া ভাসা নচলাৰ কাৰণে চহা চহকিৰ মহাপ্ৰমাদ। বঙ্গালি পুথি এখনৰ ভাব জানিবলৈ ইচা হলে, আধা খৰচিয়াকৈ বঙ্গালি ভাসা জনা পণ্ডিত মহাশয়সকলে অনুগ্ৰহ কৰি জি বুজায় সেয়েই। গোচৰ-হাৰি লাগিলেও উকিল মোচায়সকলে আমোলা মোচায়-সকলে অনুগ্ৰহ কৰি যি দিহা বুধি দিএ তাকেই সিৰোগত কৰি মানি চকু মুদি পেট পোজাই পৰি থাকি, হৰ্স বা বিসাদ এক-বিধ ওপৰৰ পৰা পৰিলে জেন বুলি স্বিকাৰ কৰি থাকিবলৈ বাধ্য হৈছে”।

অসমৰ এনে দুৰ্যোগ কালত আমেৰিকান বেপ্‌টিষ্ট মিছন সমাজৰ দল এটা অসমলৈ আহে। "ৰেভাৰেণ্ড নেথন্‌ ব্ৰাউন্‌ আৰু অলিবাৰ টি. কট্টৰে নিজ নিজ পৰিয়াল আৰু এটি ছপাকল লগত লৈ ১৮৩৬ চনৰ ২৩ মাৰ্চ্চত শদিয়া পায়হি। সেই বছৰৰ ২৭ জুনত ব্ৰাউন আৰু কট্টৰৰ পত্নীয়ে যথাক্ৰমে এটি লৰাৰ আৰু এটি ছোৱালীৰ পঢ়াশালি পাতে। ১৮৩৭ চনৰ এপ্ৰিল মাহৰ ২৬ তাৰিখে ডঃ মাইলছ ব্ৰন্সন আৰু ৰেভাৰেণ্ড জেকব্‌ থমাছে নিজ নিজ পৰিয়াল লগত লৈ শদিয়া অভিমুখে ৰাওনা কৰে; কিন্তু বাটতে থমাছৰ মৃত্যু হয়। বাকীখিনিয়ে ১৭ জুলাইত শদিয়া পায়গৈ। মিছনেৰীসকলে পৰ্ব্বতীয়া জাতিৰ মাজত খ্ৰীষ্টান ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আহিছিল" (পৃঃ ১৭৩)১৯। তেওঁলোক শদিয়াত থাকিব নোৱাৰি ১৮৩৯ চনত জয়পুৰলৈ যায়। পাছে ভৈয়ামত প্ৰচাৰ কাৰ্য্য চলোৱাৰ উদ্দেশ্যে ১৮৪১ চনত ক্ৰমে শিৱসাগৰ আৰু নগাওঁত মিছনৰ কুঠী পাতে; আৰু শিৱসাগৰত ছপাখানা প্ৰতিষ্ঠা কৰে। তেওঁলোকে উপলব্ধি কৰিলে যে মাতৃভাষাৰ সিংহদুৱাৰেদি প্ৰৱেশ নকৰিলে তেওঁলোকৰ উদ্দেশ্য পূৰণ নহব পাৰে। সেয়েহে তেওঁলোকে অসমীয়া ভাষাৰে প্ৰচাৰ কাৰ্য্য চলাবলৈ আৰম্ভ কৰে। তেওঁলোকে ধৰ্ম্ম পুথি আৰু পঢ়াশলীয়া পুথি প্ৰকাশ কৰে। ১৮৪৬ চনত প্ৰকাশিত 'অৰুনোদই' কাকতে সাংবাদিকতাৰ আহি দাঙি ধৰে। খ্ৰীষ্টধৰ্ম্মৰ বাণী প্ৰচাৰ কৰাই এই কাকতৰ মুখ্য উদ্দেশ্য আছিল যদিও, সাহিত্য-বুৰঞ্জী-বিজ্ঞান বিষয়ক বাছকবনীয়া প্ৰবন্ধ, জীৱনী, চুটি কাহিনী, ভ্ৰমন কাহিনী আদি ইয়াত প্ৰকাশ পায়। মিছনেৰীসকলৰ যত্নত অসমীয়া ভাষাৰ ভেটি দৃঢ় কৰিবৰ কাৰণে আৱশ্যকীয় ব্যাকৰণ, অভিধান, বুৰঞ্জী আদি যুগুত হ'ল।

মাইলচ্ ব্ৰন্সনে আবেদন-পত্ৰ প্ৰস্তুত কৰোঁতে ঢেকিয়াল ফুকনে তেওঁক 'অনেক সাহায্য' কৰে। তেওঁ আৰু এটা ডাঙৰ কাম কৰিলে। এজন দেশীয় লোকৰ দ্বাৰা লিখিত এই নামত তেওঁ অসমীয়া ভাষা সম্পৰ্কে কেইটামান কথা (খ) নামৰ এখন পুথি প্ৰণয়ন কৰি, অসমীয়া ভাষাৰ সলনি বঙলা ভাষা ব্যৱহাৰ কৰাত শিক্ষা আৰু বিচাৰ ক্ষেত্ৰত যি অনিষ্ট সাধিত হৈছে তাক প্ৰতিপন্ন কৰিবৰ উদ্দেশ্যে অসমীয়া আৰু বঙলা ভাষাৰ পাৰ্থক্য দেখুৱাই অসমীয়া যে এটা স্বকীয়া ভাষা তাক পাণ্ডিত্যপূৰ্ণভাৱে প্ৰমাণ কৰাৰ উপৰি অসমীয়া পুৰণি পুথিৰ তালিকা এখনো তাৰ লগতে সন্নিবিষ্ট কৰে। কিন্তু এই গৰাকী স্বনামধন্য পুৰুষে তেওঁৰ পৰিশ্ৰমৰ ফল দেখিবলৈ নেপালে। প্ৰশাসনীয় গধুৰ দায়িত্ব বহন কৰিও এইজন দেশহিতৈষী পুৰুষে অসমীয়া ভাষাৰ হকে যিখিনি কৰিলে তাৰ নিমিত্তে আধুনিক সাহিত্যৰ ইতিহাসত তেওঁৰ নাম স্মৰণীয় হৈ থাকিব।

হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষা পুনৰ প্ৰচলনৰ অৰ্থে আনন্দৰাম ঢেকিয়াল ফুকনৰ সমানে অহোপুৰুষাৰ্থ নকৰিলেও তেওঁ অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰাত আৰু পুথি ৰচনাত হে গুৰুত্ব দিয়ে। প্ৰয়োজনৰ প্ৰকৃতিৰ কিছু পাৰ্থক্যও আছে। এজন হ'ল বঙ্গৰ নৱজাগৰণৰ তৰঙ্গ দেখা মানুহ আৰু হেমচন্দ্ৰ হ'ল সেইটোৰ শব্দ শুনা লোক। প্ৰথম জনৰ প্ৰয়াস হ'ল ভাষা-উদ্ধাৰ কৰা আৰু দ্বিতীয়জনৰ হ'ল ভাষাৰ ভেটি দৃঢ় কৰা আৰু স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰা।

হেমচন্দ্ৰই মিছনেৰীসকলৰ আখৰ-জোঁটনি ৰীতি সমৰ্থন কৰা নাছিল। এই প্ৰসঙ্গত তেওঁ আত্ম-জীৱনীত লিখিছে, "এই সময়ৰ (গ)

খ. A few Remarks on the Assamese Language And on Vernacular Education.

গ. সম্ভৱ ১৮৫৫ চন।

ভালেমান দিনৰ আগৰেপৰা এই মিসনেৰীসকলৰ মাহেকীয়া কাকত 'অৰুণোদয়'ত লিখিছিলোঁ; কিন্তু যেতিয়া মিসনেৰীবিলাকৰ গুৰিলৈ নিজৌ যাবলৈ ধৰিলোঁ, তেতিয়াৰপৰা 'অৰুণোদয়'ৰ সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হ'ল; তাতে মই তাৰ বৰ্ণ-বিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধি লেভি ফেয়াৰেৱেল (ক) নামেৰে এটা দেশী খ্ৰীষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণ-বিন্যাসৰ প্ৰণালীৰ পৰা এক আঙুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হল হয়, তথাপি 'ৱ' আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হল। তাৰ কথাত নিধিয়ে জনচাৰেক ডাঙ্গৰীয়াৰো মত লৈছিল। সেই বিষয়ত ঘাই অপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰ পৰা আনিব লাগিব; কিন্তু মিছ্যন সভাই অধিক ব্যয় কৰিবলৈ মান্তি নহয়। মই গুৱাহাটীলৈ অহাৰ পাছত পাদ্ৰী ডক্টৰ বমফৰ্ট (খ) চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হ'ল, আৰু 'ৱ'ৰ ব্যৱহাৰ চলিল'ত। প্ৰকৃততে

---

ক. নিধিৰ পূৰ্ব্বৰ নাম নিধিৰাম কেওঁট, ঘৰ তেজপুৰৰ কলংপুৰ মৌজাৰ সূতাৰ গাৱঁত। তেৱেঁই খ্ৰীষ্টান ধৰ্ম্ম গ্ৰহণ কৰা (জয়পুৰ, ১৮৪১ চন) প্ৰথম অসমীয়া মিছনেৰীসকলে কৰা প্ৰায় কামতে তেওঁৰ ভাগ আছিল। অৰুণোদয়ত পদ্য আৰু গদ্য প্ৰবন্ধ প্ৰকাশ হৈছিল। তাৰ ভিতৰত তীৰ্থৰ বিবৰণ, হিন্দুস্থানৰ বুৰঞ্জী আদি উল্লেখযোগ্য। তেওঁ কলি বেহেৰুৱাৰ সাধু লিখে; ভাৰতবৰ্ষৰ দণ্ডবিধি আইন আৰু পদাৰ্থ বিদ্যাৰ সাৰ পুথি অনুবাদ কৰে।

খ. ৰেভাৰেণ্ড এম, বি, বমফৰ্ট।

হেমচন্দ্ৰই জয় লাভ কৰিলে। ১৮৬১ চনৰ জানুৱাৰীৰ পৰা উইলিয়াম ৱার্ডৰ সম্পাদনাত ওলোৱা কাকতখনৰ নাম হ'ল 'অৰুণোদয়', "আৰু সমস্ত কাকতখনিত আজিৰ দিনৰ আহিঁৰ হেমচন্দ্ৰ বৰুৱা-নিৰ্দিষ্ট বৰ্ণ-বিন্যাস গ্ৰহণ কৰা হ'ল" (পৃঃ ৮৩)২১। ইয়াৰ উপৰি আমেৰিকান বেপটিষ্ট মিছন সমাজে হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ ১৭৮১ শকত (ক) প্ৰকাশ কৰি তেওঁৰ ৰীতিক আদৰণি জনায।

অসমীয়া ভাষা পুনৰ প্ৰচলনৰ অৰ্থে গভৰ্ণমেণ্টলৈ আবেদন নিবেদন কৰা হৈছিল। ১৮৫৪ চনত 'অসমীয়া ভাষা চলাবলৈ ডঃ মাইলচ্ ব্ৰন্সনে আবেদন পত্ৰ যুগুত কৰোতে আনন্দৰাম ঢেকিয়াল ফুকনে তেওঁক 'অনেক সাহায্য' কৰে। সভা-সমিতিৰ জৰিযতে অসমীয়া ভাষা পুনৰ প্ৰচলনৰ দাবী গৱৰ্ণমেণ্টক জনাবৰ কাৰণে কালীৰাম বৰুৱাৰ সহাযত চাৰিজন ছাত্ৰই বিদৰে চেষ্টা কৰিছিল সেইবিষয়ে কমলাকান্ত ভট্টাচাৰ্য্যই লিখিছে, "সেই দিনত প্ৰায অনেকখিনি আমোল চাকৰীয়া অসমীয়া ভাষাৰ বিৰোধী আছিল, ভৰসা মাত্ৰ এই আমি কেইজন, স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা, শ্ৰীযুত কনকলাল বৰুৱাৰ পিতাদেৱেক ৺দুতাৰাম বৰুৱা আৰু পিতৃদেৱে ৺লক্ষ্মীলাল বৰুৱা, ৺বেণুধৰ বৰুৱা আৰু শ্ৰীযুত তৰুণৰাম ফুকনৰ পিতৃদেৱ ৺বলোৰাম ফুকন অসমীযা ভাষা চলাবলৈ এইসকল বৰকৈ বুকু উঠি কৰিছিল আৰু সভা পাতিবলৈ আমাকো উৎসাহ দিছিল।" অসমৰ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষা দাবীত ভগাৰজা স্বৰ্গদেৱ কন্দৰ্পেশ্বৰ সিংহৰ সভা-

ক. "১৭৮১ শকত এই লেখকে এখন ব্যাকৰণ ৰচনা কৰাত আমেৰিকাৰ মিস্যনেৰীবিলাকে তাক ছপাই প্ৰকাশ কৰে। সি এতিযা তৃতীয় তাঙ্গৰণত সোমাইছে" (হেমচন্দ্ৰ বৰুৱা, পঢ়াশলীয়া অভিধানৰ পাতনি ১৮১৪ শক)।

পতিত্বত গুৱাহাটীৰ হাইস্কুলত দেওবাৰে অনুষ্ঠিত হোৱা সভাৰ বিবৰণ দি কমলাকান্ত ভট্টাচাৰ্য্যাই লিখিছে—যে সেই সভাতে "সমজুৱাসকলৰ ভিতৰৰ ৫/৬শ মানুহে ভতালিকে দৰ্খাস্তত চহী কৰিলে"। (ক)

এইখিনিতে উল্লেখ কৰিব পাৰি যে সেই সময়ৰ গৱৰ্ণমেণ্টে ২৪ পৰগনাৰ এচিষ্টেণ্ট মেজিষ্ট্রেট আৰু কলেক্টৰ ৰমেশচন্দ্র দত্তৰ ব্ৰন্সনৰ অসমীয়া অভিধানৰ বিষয় মত বিচৰাত, প্ৰত্নতাত্বিক আৰু ঐতিহাসিক দত্তই (১৮৪৮-১৯০৯ খ্ৰীঃ) কয় যে অশেষ চেষ্টা কৰিও তেওঁ ব্ৰন্সনৰ অসমীয়া অভিধানৰ পাতনিৰ তাৎপৰ্য বুজিব নোৱাৰিলে। দৰাচলতে উক্ত অভিধানৰ প্ৰথম ৬৮৮ টা শব্দৰ ভিতৰৰ ৫৯১ টা বঙলা শব্দ বুলি কোনো কোনো মহলে কৰা দাবী তেওঁ খণ্ডন কৰে।

অৱশেষত ছুৱলীয়া লাটে উপাযুক্ত আৰু অভিজ্ঞ সহকাৰী আযুক্তসকলৰ মতামত লৈ, ৰাইজৰ আবেদন-নিবেদনৰ ওপৰত বিবেচনা কৰি আৰু চৰকাৰী নথি-পত্ৰৰ সহায়ত অসমীয়া ভাষা প্ৰচলনৰ যুক্তিযুক্ততা মানি লৈ অসমৰ পঢ়াশালি আৰু আদালতত ১৮৭৩ চনৰ ১৯ এপ্ৰিলত অসমীয়া ভাষা প্ৰচলনৰ আদেশ জাৰি কৰে (খ)। ইতিপূৰ্ব্বে উচ্চ ন্যায়ালয়ে ১৮৭২ চনৰ ৬ মাৰ্চ্চৰ

---

ক. পৰিশিষ্টৰ 'অসমীয়া ভাষা চলাৰ বৃত্তান্ত' (কমলাকান্ত ভট্টাচাৰ্য্য) প্ৰবন্ধ দ্ৰষ্টাব্য।

খ. "...Assamese must now, the Lieutenant-Governor Considers, be introduced into all the Courts & Schools of the Valley districts of Assam." বঙ্গ চৰকাৰৰ অস্থায়ী সচিবৰ ১৮৭৩ চনৰ ১৯ এপ্ৰিলৰ পত্ৰৰপৰা উদ্ধৃত।

"Under the provisions of Act XXIX of 1837, and Section 337 of Criminal procedure Code, it is hereby notified that Assamese is the language to be used in Judicial and Revenue

৮ নং আদেশ অনুসাৰে অসমৰ ন্যায়ালয়সমূহত (জুডিচিয়েল্ কৰ্টচ্) অসমীয়া ব্যৱহাৰৰ নিৰ্দ্দেশ দিয়ে।

১৮৭৪ চনত অসমক বঙ্গদেশৰপৰা ফালি চিফ কমিছনাৰৰ অধীনত এটা সুকীয়া প্ৰশাসনীয় গোট কৰা হয়, আৰু কৰ্ণেল কিটিঙ্গেই প্ৰথম চিফ কমিছনাৰ। হেমচন্দ্ৰৰ 'আদিপাঠ'ত 'ৱ' বৰ্ণটো ব্যৱহাৰ সম্পৰ্কে চৰকাৰে আপত্তি তুলিলে। এই প্ৰসঙ্গত হেমচন্দ্ৰ বৰুৱা আৰু স্কুলসমূহৰ পৰিদৰ্শক মার্টিনৰ ভিতৰত পত্ৰ-বিনিময় হয়। হেমচন্দ্ৰই ১৮৭৪ চনৰ ২৮ এপ্ৰিল তাৰিখে 'ৱ' আখৰটোৰ ব্যৱহাৰ অপৰিহাৰ্য্য বুলি মাৰ্টিনলৈ সুদীৰ্ঘপত্ৰ লিখিলে। এই চনৰ ৮ মে তাৰিখ (পত্ৰাঙ্ক ৩৮১ জি) চিফ কমিছনাৰৰ সচিবে অসমৰ স্কুল পৰিদৰ্শকলৈ লিখিলে বোলে 'অসমীয়া মানুহে সংস্কৃত বৰ্ণমালাত 'ৱ' আখৰ এটা যোগ দিছে। কোনো ঐতিহাসিক কাৰণ নেথাকিলে চিফ কমিছনাৰে অতি বৈজ্ঞানিক বৰ্ণমালাত এনে সংযোগ সমৰ্থন নকৰে'। ১৩·মে তাৰিখ স্কুলসমূহৰ পৰিদৰ্শকে হেমচন্দ্ৰলৈ লিখিলে, "...আপুনি উদাহৰণ স্বৰূপে যি তিনিটা শব্দ 'ৱ' আখৰ ব্যৱহাৰ নকৰাকৈ লিখা অসম্ভৱ বুলি লিখিছে, মই দেখোন সেইকেইটা শব্দ এখন বঙ্গালী অভিধানত 'ৱ' নথকাকৈয়ে পাইছোঁ। মই দেখাত এই আখৰ অদৰকাৰী, কিয়নো 'য়' আখৰটোৱেই সম্পূৰ্ণৰূপে তাৰ ঠাই লব পাৰে। বঙ্গালী আৰু অসমীয়া বৰ্ণমালা সংস্কৃত বৰ্ণ-মালাৰপৰা ওলাইছে বুলি স্বীকাৰ কৰা হয় অথচ সংস্কৃত বৰ্ণ-মালাত এনে এটা আখৰ নাই। এই আখৰটো বৰ্ণমালাত ঠাই দিলে বৰ্ণবিন্যাসৰে সামঞ্জস্য নাইকিয়া হব। ক্ৰিয়াবাচক পদ-বিলাক কেতিয়াবা 'ৱা' দি লিখা হয় আৰু কেতিয়াবা 'য়া' দি লিখা হয়; যেনে, মোৰ আগত থকা এখন অসমীয়া কিতাপত

**Proceeding in, and is the oridinary language of five vally districts of Assam, Viz. Kamroop, Durrung, Nowgong, Seebsagar and Lackimpur"—২৫ জুলাই, ১৮৭২ চন।**

আছে 'যোৱা' আৰু 'নিয়া', কিন্তু বঙ্গালীত হলে দুয়োটা শব্দ 'য়' দি লিখা হয় আৰু সিহঁতৰ উচ্চাৰণৰো একো ব্যতিক্রম নহয়" (পৃঃ ৮৩-৮৪)৭।

হেমচন্দ্রই চৰকাৰৰ যুক্তিখণ্ডন কৰি যি প্রত্যুত্তৰ দিলে তাৰ ফলত তেওঁৰ মতেই সঁচা বুলি প্রমণিত হল। তেওঁ লিখিলে যে অসমীয়া 'ৱ' আখৰটোৱে ইংৰাজী V আৰু W এই দুয়োটা আখৰৰ মাতক বুজায়। যেনে ৱেদ, দেৱ, কেশৱ, শিৱ আৰু যেনে— হোৱা, লোৱা, খোৱা ইত্যাদি আৰু প্রমাণ কৰি দেখু-ৱালে যে 'ৱ'ৰ ঠাইত 'য়' ব্যৱহাৰ কৰিবলৈ হলে শব্দবিলাকৰ অকল যে উচ্চাৰণ ভুল হব এনে নহয়, সিহঁতৰ অৰ্থও বেলেগ হ'ব। বৰ্ণমালাত ৱ আৰু য় দুয়োটা আখৰ ৰাখিলে বৰ্ণবিন্যা-সত অনেক বেমেজালি ঘটিব বুলি যি কোৱা হৈছিল সেইটো তেনেই অমূলক; কিয়নো অসমীয়া ভাষাত সেই বিষয়ে দুটা সুন্দৰ নিয়ম আছে; যেনে—উ, ঊ, ও আৰু ঔকাৰন্ত শব্দসমূহৰ পিছত ৱ (পুৱা, যোৱা, ঔৱা ইত্যাদি); আৰু ই, ঈ আৰু ঐকাৰন্ত শব্দবোৰৰ পিছত য় (দিয়া, জীয়া, পৈয়া আদি) হয়। তেওঁ আৰু কয় যে 'ৱ' আখৰটো নতুন সংযোগ নহয়, প্রাচীন অসমীয়া সাঁচিপতীয়া পুথিতো ইয়াক পোৱা যায়, শঙ্কৰ-দেৱ আৰু মাধৱদেৱৰ কীৰ্ত্তন আৰু ঘোষাই ইয়াৰ প্রমাণ। যেনে—'কেশৱ শিৱ শিৱ ঘুৰিয়ো সদাই'। 'যাৰ পুত্র সৱে ঐত হৰিত শৰন লৱে, হৰিগুণ গাৱে শুদ্ধভাৱে ইত্যাদি। দহোটা যুক্তি দাঙি ধৰা চিঠিখনৰ সামৰণিত তেওঁ লিখে—শেহত মই মুক্তভাৱে কওঁ যে অসমীয়া মোৰ মাতৃভাষা আৰু মই ৩ঠৰ-বছৰৰ ওপৰ বয়সৰ পৰা ইয়াক বিশেষ মন দিছোঁ আৰু অসমীয়া ব্যাকাৰণকে ধৰি ৪ বা ৫ খন পুথি লিখি প্রকাশ কৰিছোঁ। অধিকন্তু অসমীয়াৰ মাতৃ সংস্কৃত ভাষাৰ মোৰ ভাল জ্ঞান আছে।

এনে ক্ষেত্ৰত যদি মই ভাল আৰু প্ৰাঞ্জল অসমীয়া লিখিব নোৱাৰো, অন্ততঃ মই ভাবো যে মই সৰ্ব্বতোভাবে ভাষাটো শুদ্ধকৈ লিখিব পাৰোঁ।

হেমচন্দ্ৰৰ এনে [illegible] যুক্তিত পতিয়ন গৈ চৰকাৰে 'ৱ' আখৰ ব্যৱহাৰ সম্পৰ্কে আপত্তি তুলি ললে। এইদৰে হেমচন্দ্ৰৰ অহোপুৰুষাৰ্থৰ ফলত ছপা-পুথিত 'ৱ' আখৰৰ প্ৰচলন হ'ল আৰু তেওঁৰ বৰ্ণবিন্যাস ৰীতিও চৰকাৰে গ্ৰহণ কৰিলে। এই প্ৰসঙ্গত আত্ম-জীৱনীত লিখিছে, "মোৰ 'আদিপাঠ' ছপাৰ সময়ত ইস্কুল ইন্সপেক্টৰ মাৰ্টিন চাহাবেও সেইটো আখৰৰ ব্যৱহাৰৰ বিষয়ত বৰ ব্যাধা জন্মাইছিল; পাচে বিস্তৰ লেখালেখিৰ অন্তত তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে, আৰু ইস্কুলৰ কিতাপত তাৰ ব্যৱহাৰৰ নিমিত্তে চিফ কমিশ্যনৰৰ আজ্ঞা ললে"।

মুঠৰ ওপৰত 'ৱ' আখৰ প্ৰচলনৰ প্ৰসঙ্গত তেওঁ কাপেৰে ৰণ কৰি আৰু তাত জয় লাভ কৰি অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰিলে; আৰু অসমীয়া বৰ্ণবিন্যাসৰ এটা স্থিৰ ৰীতিৰ গ্ৰহণ কৰিলে। তেওঁ আমাৰ ভাষাক সুঠাম গঢ় দি নিভাঁজ গদ্য-ৰীতিৰ আৰ্হি দেখুৱালে। ব্যাকৰণ, অভিধান, পাঠ্য-পুথি আদিয়ে অসমীয়া ভাষা প্ৰচলনৰ সকলো বিঘিনি দূৰ কৰিলে। কনকলাল বৰুৱাই লিখিছে, "অসমীয়া ভাষা লৈ যুদ্ধ তেওঁৰ দিনত ভালকৈ এবাৰহে হৈ গৈছিল।...হেমচন্দ্ৰ বৰুৱাই এবাৰ মাৰি যোৱা দৈত্য আকৌ সজীৱ হৈ মুখ মেলি উঠাত দ্বিতীয়-বাৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই তীক্ষ্ণ বাণেৰে তাক বধ কৰিলে" (পৃঃ ৫৯)১২।

—×—

# সমাজ-বিপ্লৱী

সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰিলেও হেমচন্দ্ৰ ৰক্ষণ-শীল নাছিল। ধৰ্ম্মান্ধতাও নাছিল। তেওঁ সততে নিজৰ 'বিবেকৰ অনুগামী' হৈ চলিছিল। তেওঁ একেশ্বৰবাদী আছিল যেন লাগে। তেওঁ 'সম্মান' পাঠত লিখিছে, "যি আদি কাৰণৰপৰা এই পৰিদৃশ্যমান জগতৰ উৎপত্তি হৈছে, সেই কাৰণৰ নামেই ঈশ্বৰ, তেওঁ সকলোৰে আদি, কিন্তু তেওঁৰ আদি নাই; সকলোৰে অন্ত আছে, তেওঁৰ অন্ত নাই। তেওঁ দেৱতাৰো দেৱতা, বিধাতাৰো বিধাতা, ৰজাৰো ৰজা আৰু সকলোৰে সৃষ্টি আৰু পালন-কৰ্ত্তা" (পৃঃ ২০-২১, পাঠমালা)। কিন্তু কণকলাল বৰুৱাই লিখিছে, "কোনো লোকে তেওঁৰ ধৰ্ম্মমতৰ কথা সুধিলে তেওঁ হাঁহি হাঁহি কৈছিল, 'মই agnostic, হিন্দুৰ সংখ্যাদৰ্শন-তেই ঈশ্বৰমনা নাই'—এই কথা তেওঁ অনেকক কোৱা দেখা গৈছিল। তেওঁৰ মানত নীতি আৰু ধৰ্ম্ম একে আছিল। যাৰ নৈতিক চৰিত্ৰ ভাল, সেয়ে প্ৰকৃত ধাৰ্ম্মিক—এনে তেওঁ বুজিছিল। ভণ্ডামি তেওঁ মুঠেই সহিব নোৱাৰিছিল। তেওঁৰ যেনে বিশ্বাস তেনে কাৰ্য্য কৰিবলৈ তেওঁ অলপো সঙ্কোচ নকৰিছিল। কোনো সাম্প্ৰদায়িক ধৰ্ম্মমতলৈ তেওঁৰ আস্থা আছিল বুলি একেবাৰেই কব নোৱাৰি" (পৃঃ ৫৯)১২।

আধুনিক যুগৰ প্ৰৱৰ্ত্তক ৰাজা ৰামমোহন ৰায় (১৭৭২-১৮৩৩ খ্ৰীঃ) ভাৰতৰ ইতিহাসৰ এটা অৱিস্মৰণীয় নাম। তেওঁৰ জন্ম-কালত ভাৰতবৰ্ষ অজ্ঞানতা, কুসংস্কাৰ আৰু হৃদয়হীনতাৰে অন্ধ-

কাৰাচ্ছন্ন হৈ আছিল। তেৱেঁই পোন প্ৰথমে প্ৰাচ্য আৰু পাশ্চাত্যৰ মিলনৰ সেতু নিৰ্মাণ কৰিছিল। তেওঁ দুটা কামৰ কাৰণে স্মৰণীয়—এটা হ'ল ব্ৰাহ্মসমাজ প্ৰতিষ্টা (১৮৮২ খ্ৰীঃ) আৰু আনটো সতীদাহ প্ৰথা নিৰোধ (১৮২৯)। তেওঁ বাল্য-বিবাহ আৰু বিধবা বিবাহৰো বিৰোধী আছিল। তেওঁৰ সংস্কাৰৰ চেতনা বৈপ্লবিক' আৰু 'ঐতিহাসিক গুৰুত্বও' বুজণ পৰিমাণৰ। সংক্ষেপে কব পাৰি যে তেওঁ আধুনিকতাৰ অগ্ৰদূত আৰু দুঃসাহসী পথ-প্ৰদৰ্শক। সেই সময়ত ৰামমোহন ৰায়ৰ চিন্তা-ধাৰাৰ সৈতে অসমৰ কোনো কোনো লোক পৰিচিত আছিল। হেমচন্দ্ৰই লিখিছে, "ৰাজা ৰামমোহন ৰায়ৰ নাম আমাৰ দেশৰ অনেক মানুহে শুনিছে" (পৃঃ ৭৯ পাঠমালা)। ৰামমোহন ৰায়ৰ সমাজ-সংস্কাৰৰ চিন্তাধাৰাই দুই-একৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল।

বিগত শতিকাৰ আন এগৰাকী 'বৈপ্লৱিক সমাজ-চেতনা সম্পন্ন আৰু মানৱতাবাদী পুৰুষ' হ'ল পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ (১৮২০-৯১ খ্ৰীঃ)। "মানৱিক আদৰ্শ বিদ্যাসাগৰৰ জীৱন আৰু সাধনাৰ লক্ষ আছিল" (পৃঃ ৭৪)২৩। তেওঁ পাশ্চাত্য শিক্ষানু-ৰাগী আছিল। "হিন্দু সমাজৰ কুসংস্কাৰ বা সিবোৰত নিহিত হৈ থকা অধঃপতিত মূল্যবোধৰ বিৰোধিতাৰ লগতে নতুন যুক্তি-বাদী চিন্তাধাৰাৰ প্ৰতি তেওঁৰ আনুগত্যও প্ৰকাশ পাইছিল (পৃঃ ৮১)২৩। তেওঁ স্ত্ৰী-শিক্ষাৰ সমৰ্থক আছিল। তেওঁ বিধৱা-বিবাহ প্ৰৱৰ্ত্তন আৰু বহুবিবাহ ৰহিত কৰিবৰ কাৰণে চেষ্টা কৰিছিল। তেওঁ আত্ম-জীৱনীত লিখিছে, "বিধৱা-বিবাহৰ প্ৰৱৰ্ত্তন আমাৰ জীৱনেৰ সৰ্ব্বপ্ৰধান সৎকৰ্ম্ম। এজন্মে ইহা অপেক্ষা অধিকতৰ আৰ কোনও সৎকৰ্ম্ম কৰিতে পাৰিব তাহাৰ সম্ভাৱনা নাই। এবিষয়েৰ জন্য সৰ্ব্বস্বান্ত কৰিয়াছি এবং আৱশ্যক হইলে প্ৰাণান্ত স্বীকাৰেও পৰান্মুখ নহি।

আমি দেশাচাৰৰ নিতান্ত দাস নহি, নিজৰ বা সমাজৰ মঙ্গলৰ নিমিত্ত যাহা উচিত বা আৱশ্যক হইবে তাহা কৰিব, লোকেৰ বা কুটুম্বেৰ ভয়ে কদাচ সঙ্কুচিত হইব না” (পৃঃ ৭৩-৭৪)২৩। মুঠৰ ওপৰত মানৱৰ কল্যাণ সাধনত তেওঁৰ জীৱনৰ নিশ্বাস-প্ৰশ্বাস।

১৮৫৫ চনৰ জানুৱাৰী মাহত বিধৱা-বিবাহ প্ৰচলন সম্পৰ্কে তেওঁৰ প্ৰথম যুক্তিপূৰ্ণ আৰু বিশ্লেষণমূলক প্ৰবন্ধ প্ৰকাশ হৈছিল। তেওঁৰ চিন্তাধাৰাই হিন্দুসমাজত গভীৰভাৱে আলোড়নৰ সৃষ্টি কৰিছিল, আৰু তেওঁৰ জীৱনো বিপন্ন হৈছিল। ৰক্ষণশীল সমাজৰ তেওঁ চকুৰ কুটা দাঁতৰ শূল হৈ পৰিল। এই দলৰ বিৰোধিতা সত্বেও ১৮৫৬ খ্ৰীষ্টাব্দৰ ২৬ জুলাই তাৰিখে বিধৱা-বিবাহ আইন গৃহীত হয়। তেওঁ বহু-বিবাহ ৰহিত কৰিবৰ কাৰণে চৰকাৰলৈ আবেদন কৰে আৰু এই বিষয়ে দুখন পুথি (১৮৭১, ১৮৭৩ চন) প্ৰকাশ কৰে। বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ে (১৮৩৮-৯৪ খ্ৰীঃ) বহু-বিবাহ ৰহিত কৰিবৰ কাৰণে চৰকাৰী আইন প্ৰণয়নৰ বাবে বিদ্যাসাগৰৰ প্ৰচেষ্টাক 'বঙ্গদৰ্শন' (১৮৭২) পত্ৰিকাত কঠোৰভাৱে সমালোচনা কৰে। সি যি হওক বিদ্যাসাগৰৰ 'সমাজ-সংস্কাৰৰ অভিযান উনবিংশ শতিকাৰ ইতিহাসত অভূতপূৰ্ব্ব'। তেওঁ বঙলা গদ্যক সৌন্দৰ্য্য আৰু পৰিপূৰ্ণতা দান কৰে।

বঙ্গদেশৰ ব্ৰাহ্মধৰ্ম্ম আৰু বিধৱা-বিবাহ আন্দোলনৰ ঢৌৰ খলকনি ছেগাছোৰোকাকৈ হলেও অসমৰ দুই এঠাইত শুনা গৈছিল। ভৌগালিক অৱস্থানৰ কাৰনে অসম আৰু বঙ্গৰ ভিতৰত সততে আদান প্ৰদান হৈছিল। বঙলা ভাষাৰ প্ৰচলনো আন এটা কাৰন। ইষ্ট ইণ্ডিয়া কোম্পানীৰ 'আমোলা-মহৰি সৰহ ভাগেই বঙালী আছিল। এই দেশৰ মুষ্টিমেয় শিক্ষিত লোকে বঙলা কিতাপ-পত্ৰও পঢ়িছিল। এই প্ৰসঙ্গত 'সমাচাৰ দৰ্পণ'ৰ (১৮৩১-

৩০ জুলাই) আসাম দেশে জ্ঞান বৃদ্ধি' প্ৰবন্ধটিত লিখা হৈছিল, "আসাম দেশীয় অতিমান্য লোকেৰা বঙ্গদেশেৰ ও বঙ্গদেশে প্ৰচলিত তাবদ্ব্যাপাৰেৰ সাঙ্গ এতদ্দেশীয় সম্বাদ পত্ৰেৰ দ্বাৰা সম্পৰ্ক ৰাখেন। ঐ আসাম-দেসস্থেৰা যাদৃশ এতদ্দেশীয় সম্বাদ পত্ৰ গ্ৰাহক তাদৃশ প্ৰায় বঙ্গদেশেৰ কোন জিলায় দৃষ্ট হয় না" (পৃঃ ৬২)২৫। বোধ হয় এনেবোৰ কাৰণত বঙ্গৰ চিন্তাধাৰাই অসমৰ দুই এক শিক্ষিত ব্যক্তিৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰে। হেমচন্দ্ৰও ইয়াৰ ব্যতিক্ৰম নহয়।

প্ৰাশ্চাত্ত্য শিক্ষা আৰু বিজ্ঞানৰ অৱদানক আদৰণি জনোৱা আনন্দৰাম ঢেকিয়াল ফুকনে অসমত নতুন যুগৰ সূচনা কৰে। তেওঁ স্ত্ৰী-শিক্ষাৰো পক্ষপাতী আছিল। হেমচন্দ্ৰ বৰুৱা পাশ্চাত্ত্য শিক্ষাৰ অনুৰাগী আৰু সমাজ-বিপ্লৱী আছিল। তেওঁৰ 'পাঠ-মালা'ত ৰাজা ৰামমোহন ৰায়ৰ চমু জীৱনীটো অন্তৰ্ভুক্ত কৰাৰ পৰাই তেওঁৰ সংস্কাৰ-প্ৰৱণ মনটোৰ কথা ধাৰণা কৰিব পাৰি। তেওঁ ৰামমোহনৰ ধৰ্ম্মমত বিষয়ে লিখিছে, "তেতিয়া ৰামমোহন ৰায়ৰ মতত প্ৰৱৰ্ত্তা লোকৰ সংখ্যা অধিক নাছিল, তথাপি তেওঁ সেই অলপ মানুহৰ সহায়তাৰেই একনা পৰমেশ্বৰৰ উপাসনাৰ বাট বহলাবৰ মনেৰে কলিকতাত 'ব্ৰাহ্ম সমাজ' স্থাপিত কৰিলে, সেই সভা এতিয়া 'আদিব্ৰাহ্ম সমাজ' নামেৰে প্ৰখ্যাত" (পৃঃ ৮১)২৪। হেমচন্দ্ৰয়ো একন ঈশ্বৰৰ কথা কৈছে, "যি আদি কাৰণৰ পৰা এই পৰিদৃশ্যমান জগতৰ উৎপত্তি হৈছে, সেই কাৰনৰ নামেই ঈশ্বৰ" (পৃঃ ২০)১৪। তেওঁ ব্ৰাহ্মধৰ্ম্মৰ প্ৰতি অনুৰাগ দেখুৱা নাই। সেই সময়ত ব্ৰাহ্মধৰ্ম্মৰ প্ৰচাৰক অসমলৈ আহিছিল। লক্ষ্মীনাথ বেজবৰুৱাই (১৮৬৪-১৯৩৮) ইংৰাজী স্কুলত পঢ়োঁতে "পণ্ডিত ৰামকুমাৰ বিদ্যাৰত্ন নামেৰে এজন ব্ৰাহ্মধৰ্ম্ম প্ৰচাৰক বঙ্গালীয়ে ব্ৰাহ্মধৰ্ম্ম প্ৰচাৰ কৰিবৰ নিমিত্তে অসমৰ জিলাই জিলাই বক্তৃতা

দি ফুৰিছিল" (পৃঃ ৬২)৪। "...ইয়াৰ পিছতো শিৱসাগৰত ব্ৰাহ্ম-ধৰ্ম্মৰ বিপক্ষে অসমীয়া হিন্দু ভদ্ৰলোকসকলৰ ৰাগদ্বেষাদি ভাব হ'ল" (পৃঃ ৬৪)৪। কালীনাথ হাজৰিকাই লক্ষ্মীনাথ কাকতীৰ চমু জীৱনীত লিখিছে, "কমাৰফদীয়া 'ইয়ং কোম্পানী'ৰ (ক) আলমতে কলিকতাৰ প্ৰসিদ্ধ বাগ্মীপ্ৰবৰ বাবু ৰামকুমাৰ বিদ্যাৰত্ন ব্ৰাহ্মধৰ্ম্ম প্ৰচাৰকে কেইজনমান বঙ্গালী ভদ্ৰলোকে সৈতে আহি কমাৰ-ফদীয়া নামঘৰত হাজাৰ-ডেৰহাজাৰ মানুহৰ আগত ব্ৰাহ্মধৰ্ম্ম সম্বন্ধে বক্তৃতা দিছিল। বক্তৃতাৰ অন্তত কীৰ্ত্তন-ঘোষা পুথিৰ কেই ফাকিমান পদ শ্ৰীযুত ডিম্বেশ্বৰ বৰুৱা আৰু কাকতীয়ে জাত সুৰ লগাই পঢ়ি অৰ্থ কৰি শুনোৱাত ৰামকুমাৰ বাবু প্ৰমুখ্যে বঙ্গালী ভদ্ৰলোকসকলে শঙ্কৰ-মাধৱৰ প্ৰচাৰিত ধৰ্ম্মমত অতি উত্তম, সাৰুৱা আৰু ওখ ভাবযুক্ত বুলি মুক্তকণ্ঠে স্বীকাৰ কৰে আৰু প্ৰশংসা কৰে" (পৃঃ ৮৯)১০।

কলিকতাত পঢ়ি থাকোতে গুণাভিৰাম বৰুৱাৰ (১৮৩৭-৯) "মন ব্ৰাহ্মধৰ্ম্মৰ প্ৰতি ভালকৈ গৈছিল, প্ৰকাশ্যে তাক গ্ৰহণ কৰা নাছিল। ১৮৬৯ চনত ধুবুৰীত তেওঁ সেই ধৰ্ম্ম প্ৰকাশ্যে ললে" (পৃঃ ১৭৬)২০। "নগাৱঁৰ জখলাবন্ধা সত্ৰৰ পদ্মহাস গোস্বামীয়ে 'ব্ৰাহ্মধৰ্ম্মৰ লক্ষণ' (১৮৭৩), ব্ৰাহ্মধৰ্ম্ম কাক বোলে' (১৮৭৪) আদি গ্ৰন্থৰ জৰীয়তে সেই ভাৱাদৰ্শ প্ৰচাৰৰ প্ৰতি উৎসাহ দেখুৱাই-ছিল" (পৃঃ ৬২)২৫। অগ্নি কবি কমলাকান্ত ভট্টাচাৰ্য্যই (১৮৫৪-১৯৩৬) ব্ৰাহ্মধৰ্ম্ম গ্ৰহণ কৰে। লক্ষ্মীনাথ বেজবৰুৱাই প্ৰজ্ঞাসুন্দৰী দেৱীক ব্ৰাহ্মধৰ্ম্মমতে ১৮৯১ চনত বিয়া কৰে, তেওঁ ডবচনৰোডৰ ঘৰটো লওঁতে (১৯০০) পণ্ডিত হেমচন্দ্ৰ বিদ্যাৰত্নই উপাসনা কৰে. আৰু তেৱেঁই (বিদ্যাৰত্ন) কন্যা অৰুণাৰ অন্নপ্ৰাসনত (১৯০২) উপাসনাদি কাৰ্য্য কৰে। সেয়ে হলেও ব্ৰাহ্মধৰ্ম্মই অসমত গা কৰিব পৰা নাছিল। "এই ধৰ্ম্মৰ জন্ম হৈছিল বঙ্গদেশত। তাৰ

একাংশ লোকৰ মাজত এই নৱ ধৰ্ম্মই বাৰুকৈয়ে খলকনি তুলিছিল। অসমতো অ'ত ত'ত তাৰ প্ৰচাৰ কাৰ্য্য চলিছিল কিন্তু তাৰ বিশেষ সুফল ফলা নাছিল। শিক্ষিত সকলক বিশেষকৈ কলিকতাৰ কলেজত পঢ়িবলৈ যোৱা ডেকাসকলক ব্ৰাহ্মধৰ্ম্মই ভাৱাদৰ্শ আৰু ব্ৰাহ্মসমাজৰ উৎসৱ আদিয়ে কিছু পৰিমাণে আকৃষ্ট কৰিছিল। অসমৰ কোনো কোনো অসমীয়াই ব্ৰাহ্মধৰ্ম্ম গ্ৰহণ কৰিছিল, কিন্তু তেওঁলোকৰ সংখ্যা আছিল নিচেই তাকৰ; এপাচি কচুশাকত এটা জালুকৰ দৰে। উল্লেখযোগ্য সকলৰ ভিতৰত গুণাভিৰাম বৰুৱা, ব্ৰহ্মানন্দ বৰকাকতী, দেৱেন্দ্ৰনাথ বেজবৰুৱা, ঘনকান্ত গোস্বামী প্ৰভৃতিৰ নাম লব পাৰি। ব্ৰহ্মধৰ্ম্ম গ্ৰহণ কৰিলেও এইসকলৰ কোনো জনেই অসমীয়া সমাজ এৰি ব্ৰাহ্মসমাজত জাহ যোৱা নাছিল। লক্ষ্মীনাথ বেজবৰুৱাই ব্ৰাহ্মধৰ্ম্মী ঠাকুৰ পৰিয়ালত সোমাই বিয়া কৰাইছিল সঁচা, কিন্তু সেয়ে হলেও কোনো দিনে তেওঁৰ নিজৰ দেশৰপৰা খোপনি পিচলি পৰা নাছিল।···এই নৱধৰ্ম্মৰ এচাটি বতাহ উজাই আহি হেমচন্দ্ৰ বৰুৱাৰ জীৱন-ডিঙাৰো কোনো ক্ষতি সাধন কৰিব পৰা নাছিল, তেওঁক লক্ষ-ভ্ৰষ্ট, বিপক্ষগামী কৰিব পৰা নাছিল" (পৃঃ ৭)৮।

বঙ্গৰ 'সমাচাৰ দৰ্পণ' আৰু 'সমাচাৰ চন্দ্ৰিকা'ত প্ৰবন্ধ-চিঠি লিখোঁতা যাদুৰাম ডেকা বৰুৱাই (১৮০১-৬৯ খ্ৰীঃ) সমাজৰ গ্লানিলৈ কেৰেপ নকৰি পোনতে নিজেই বিধৱা বিয়া কৰে। তেওঁ সতীযোৱা প্ৰথাৰ বিৰুদ্ধেও মত প্ৰকাশ কৰে (খ)।

ক. বলিয়াঘাটৰ জগন্নাথ কাকতীৰ পুত্ৰ লক্ষ্মীনাথ কাকতী (১৮৫৪-৯৯ খ্ৰীঃ) আৰু কেইজনমান ডেকা লৰা গোটখাই কমাৰদফীয়া গাৱঁত 'কমাৰদফীয়া ইয়ং কোম্পানী' নামে এটা 'চখৰ' দল গঠন কৰে। তাৰ গুৰিয়াল হৈ কাকতীয়ে মজিন্দাৰ নাম ললে।

খ. অৰ্ঘ্যাৱলী, বেণুধৰ শৰ্ম্মা, পৃঃ ১০৬।

হেমচন্দ্ৰও বিধৱা-বিবাহৰ সমৰ্থক আছিল। অকল সমৰ্থকেই নহয়, ব্যক্তিগত জীৱনত তেওঁ তাৰ আৰ্হি দেখুৱালে। "পত্নীৰ মৃত্যুৰ পিছত জোৰকৈ ধৰা সত্বেও হেমচন্দ্ৰ বৰুৱাই দ্বিতীয়বাৰ হোমৰ গুৰিত বহিবলৈ অমান্তি হৈছিল এই যুক্তিত—যিহেতু তেওঁৰ পত্নী বিধৱা হোৱা হলে তেওঁ পুনৰ পতি গ্ৰহণ কৰিবলৈ সুবিধা নেপালেহেঁতেন, সেয়েহে তেৱেঁা বিপত্নীক হৈ তেনে সুবিধা গ্ৰহণ কৰাতো উচিত নহয়" (পৃঃ ৯)৮। তেওঁ আত্ম-জীৱন চৰিতত উল্লেখ কৰিছে, "আজি কালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্য্যা মৰা পুৰুষে পুনৰায় বিয়া কৰা গোটেই নিন্দনীয়। মই ভাবিছিলো মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হ'লহেঁতেন। তেওঁ মৰিছে তথাপি মোৰ ইচ্ছা হলেই মই এটা কিয় তিনিটা বা অধিক বিয়া কৰাব পাৰোঁ, কিন্তু বিধৱা হোৱাৰ পাচত পুনৰ বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গলহেঁতেন, সমাজে বৰ্জ্জিলেহেঁতেন আৰু তেওঁ জীৱন্তে মৰা যেন হৈ থাকিলেহেঁতেন, ই কেনে অসঙ্গত, কেনে অযুগুত এতেকে পুনৰায় বিয়া কৰা মোৰ উচিত নহয়"।

তেওঁ বিধৱা-বিবাহৰ সমৰ্থনত কৈছে, "শাস্ত্ৰ নেলাগে যুক্তিলৈ চালেই বিধৱাৰ বিয়াত যে কোনো দোষ নাই তাক বুজিব পাৰি আৰু শাস্ত্ৰৰ যুক্তিয়েই মূল; কিয়নো সেই শাস্ত্ৰতে লিখা আছে 'যুক্তিহীন বিচাৰেণ ধৰ্ম্মহানিঃ প্ৰজায়তে'। এতিয়া চাওকচোন—মতা, তিৰোতা দুটা সমান জীৱ। ভোক, পিয়াহ, টোপনি বোধ, ইচ্ছা, অঙ্গ, প্ৰত্যঙ্গ, জন্ম, মৰণ দুয়োৰো সমান, তথাপি তাৰ এটা যি স্বত্ব আছে, তানটোৰ সিমান নাই বোলা কথাটো কিমান অন্যায়। ইয়াক যাৰ অলপমান জ্ঞান আছে, সিও বুজিব পাৰি, ঈশ্বৰৰ বা স্বভাৱৰ নিয়মমতে বিধৱাৰ বিয়া নিষিদ্ধ হোৱা হলে স্বামীৰ মৃত্যুৰ পাচত তিৰোতাৰ মনৰপৰা সহবাসৰ বাঞ্ছা

গুচিগলহেঁতেন, কিন্তু সকলোৱেই জানে কেতিয়াও তেনে নহয়। হিন্দু শাস্ত্ৰৰ মতে ভাৰ্য্যা স্বামীৰ অৰ্দ্ধাঙ্গ আৰু হিন্দু বিলাকে তেওঁলোকৰ বিয়াত অগ্নি আগত দেৱতা আৰু পিতৃবিলাকক সাক্ষী কৰি ভাৰ্য্যাক এইৰূপে কয়—'তোমাৰ প্ৰাণে সৈতে মোৰ প্ৰাণক, তোমাৰ হাড়ে সৈতে হাড়ক, তোমাৰ মঙ্গহে সৈতে মোৰ মঙ্গহক, তোমাৰ ছালে সৈতে মোৰ ছালক মিলাওঁ।(ক) ইয়াৰ দ্বাৰা দেখা যায় যে ভাৰ্য্যা আৰু স্বামীৰ একে দেহ, একে প্ৰাণ, দুইৰ ভিতৰত একো প্ৰভেদ নাই। এনেস্থলত যেতিয়া পুৰুষে ভাৰ্য্যা মৰি গলে, অৰ্থাৎ তেওঁৰ শৰীৰৰ এভাগ নষ্ট হলে, তাক পুৰাই লব পাৰে, তিৰোতা সেই সত্বৰ পৰা বঞ্চিত হয় কিয়? বিধৱা-বিবাহৰ বিৰোধীবিলাকে ইয়াৰ উত্তৰ কি দিব? অৱশ্যে তেওঁলোকে কব যে বিধৱা-বিবাহ শাস্ত্ৰৰ নিষিদ্ধ; কিন্তু তেনে কথা কবৰ এতিয়া সময় নহয়, সেই আপত্তি অনেক দিনৰ আগেয়ে খণ্ডিত হৈ গৈছে। বিধৱাৰ বিয়াৰ মই পক্ষপাতী; কিন্তু মই এনেকৈ নকওঁ যে তিৰোতা বাঁৰী হলেও অৱশ্যে আকৌ বিয়া কৰিব বা দিব লাগে। মোৰ মতে বিধৱাৰ বিয়াৰ দুৱাৰত যি এডাল ডাঙৰ ডাং আছে সি গুচি বাটটো মুকলি হব লাগে, সেয়ে হলে এতিয়া যেনেকৈ ঘৈণীয়েক-মৰা মতাই ইচ্ছা আৰু সুচল হলে অবাধে পুনৰায় বিয়া কৰে, তেনেকৈ গিৰীয়েক-মৰা তিৰোতায়ো কৰিব। যি বিলাক ছোৱালী ফুলতে বাঁৰী হয় বা সন্তান হোৱাৰ আগেয়ে স্বামীক হেৰুৱায়, সেইবিলাকৰ বিয়াই প্ৰশস্ত; কিন্তু আন বিধৱাৰ বিয়াতো বাধা থাকিব নেলাগে"।৩ সোয়হে সমাজ-বিপ্লৱী হেমচন্দ্ৰই দেশৰ শিক্ষিত

---

ক. 'প্ৰাণৈস্তে প্ৰাণান্ সন্দধাম্যস্থিভিৰস্থীনি মাংসৈৰ্মাংসানি ত্বচাত্বচমিতি'———উদ্বাহ-পদ্ধতিঃ

ডেকাসকলক এই সমস্যা সমাধানৰ অৰ্থে আহ্বান জনাই কৈছে, "আমাৰ শিক্ষিত ডেকাবিলাকৰ মূৰত এটা বৰ গধুৰ বোজা আছে, সেই কথা তেওঁবিলাকে ভাবি চোৱা উচিত। ইয়াৰ পাচত তেওঁবিলাক সমাজৰ নায়ক আৰু সাধাৰণ মতৰ স্ৰষ্টা হ'ব; তেতিয়া তেওঁলোকে যেন কুসংস্কাৰ আৰু দেশাচাৰৰ দাস হৈ নেথাকে, আৰু বিধৱাৰ বিয়াৰ বাটটো বহলায়। এয়ে মোৰ আন্তৰিক ইচ্ছা আৰু প্ৰাৰ্থনা"।৩ তেওঁৰ যুক্তিবাদী মনটো পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শৰ অনুগামী আছিল। তেওঁ লিখিছে "পূজনীয় বিদ্যাসাগৰে বিধৱা-বিবাহ যে শাস্ত্ৰ-সিদ্ধ ইয়াকে সপ্ৰমাণ কৰিয়েই মনে মনে নেথাকিল, আপোনাৰ পুতেকৰে (ক) সৈতে বিধৱাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গ'ল; কিন্তু তাৰ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গৈছে সি চিৰকাললৈকে থাকিব, লুপ্ত নহয়; সেই খোজৰ পাচত চলোঁতা মানুহ আমাৰ দেশত ওলাব কেতিয়া? প্ৰতিধ্বনিয়ে সুধিছে, কেতিয়া?"৩

তেওঁ যে বিদ্যাসাগৰৰ চিন্তা-চৰ্চ্চাৰ অনুগামী আছিল এই কথা ওপৰৰ 'পূজনীয়' বিশেষণৰ প্ৰয়োগে প্ৰমাণ কৰে। সেই-কাৰণে তেওঁ দ্বিতীয়বাৰ বিয়া নকৰালে। তেওঁৰ প্ৰায় সমসাময়িক গুণাভিৰাম বৰুৱাই (খ) প্ৰথমা পত্নী ব্ৰজসুন্দৰী দেৱীৰ মৃত্যুৰ

ক. একমাত্ৰ পুত্ৰ নাৰায়ণচন্দ্ৰ বন্দোপাধ্যায়।

খ. "এই দেশত বিধৱা-বিবাহ অপ্ৰচলনৰপৰা যি অনিষ্ট ঘটিছে এইটি তেওঁ পাঠ্যাৱস্থাৰ পৰা ভালকৈ জানি গুণাভিৰামৰ বিধৱা-বিবাহৰ প্ৰতি মন আছিল" (পৃঃ ১৭৬)২০।

গুণাভিৰামে ১৮৫৬ চনৰ ডিচেম্বৰ মাহৰ ৮ আৰু ৯ তাৰিখে কলিকতাত দেখা দুখন বিধৱা-বিবাহৰ কথা বৰ্ণাই 'অৰুনোদই'ত

পিছত পৰশুৰাম বৰুৱাৰ বাঁৰী তিৰোতা বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰাই বিধৱা-বিবাহৰ আৰ্হি দেখুৱালে।

হেমচন্দ্ৰই স্ত্ৰী-শিক্ষাৰ আৱশ্যকতাৰ কথাও দোহাৰে। ১৮৬১ চনৰ ষোড়শ বছৰৰ অৰুণোদয় কাকতৰ এপ্ৰিল আৰু মে মাহৰ দুটা সংখ্যাত ওলোৱা স্ত্ৰী-শিক্ষা শীৰ্ষক প্ৰবন্ধ দুটাৰ দ্বিতীয়টোৰ লেখক হ. চ. আৰু সম্ভৱ এৰেঁই হেমচন্দ্ৰ বৰুৱা। তেওঁ এই প্ৰবন্ধত দেশাচাৰৰ দাস নহৈ তিৰোতাৰ প্ৰতি উচিত ব্যৱহাৰ কৰিবলৈ পৰামৰ্শ দি কৈছে, "...হে আমাৰ দেশীসকলে! তোমালোকে তোমালোকৰ তিৰোতাৰ অহিতে যি কু-সংস্কাৰ আছে, তাক এৰি পেলাই, সিহঁতক জ্ঞান বিদ্যা শিকাই উত্তম সঙ্গী জ্ঞান কৰা; কাৰণ সিহঁত তোমালোকৰ শৰীলৰ এফাল আৰু উত্তম বন্ধু।

এই সময়তে আৰু এটা কথা মনত পৰি বৰ বেজাৰ লাগিছে; সেয়ে এই, যে বিয়াৰ পূৰ্ব্বে আমাৰ দেশৰ মতা তিৰোতাই

---

(১৮৫৭ চন, নম্বৰ ১ জানুআৰী) "দুজনি বিধৱা চোআলিৰ বিবাহ হোআৰ কথা" প্ৰবন্ধত লিখে, "হে সম্পাদক চাহাব, আমি সৰ্বতিকালে বিধৱা-বিবাহ জে ভাল, এনে কিৰ্তন কৰি থাকোঁ। জোআ ৰাতিৰপৰা আমাৰ ভাৰত বৰিষত এক নতুন অব্দ অৰ্থাৎ সঁক চলিব পাই। কিয়নো কোনো প্ৰধান ঘটনাৰ পৰা হে সঁক চলে। এতেকে এই ঘটনা ইমান কুসংস্কাৰ ঠেলি হোৱাৰ বাবে আমি এটা নতুন সঁক চলাব খোজো। এক সঁকৰ নাম 'বিধৱাবিবাহাব্দা':"। বঙ্গৰ প্ৰথম বিধৱা-বিবাহ হৈছে ১৮৫৬ চনৰ ৮ ডিচেম্বৰত বিদ্যাসাগৰৰ প্ৰিয় বন্ধু ৰামধন তৰ্কবাগীশৰ পুত্ৰৰ সৈতে ব্ৰহ্মানন্দ মুখোপাধ্যায় ১২ বছৰীয়া বিধৱা কন্যাৰ পুনৰ্বিবাহ।—লেখক

পৰস্পৰ দেখা শুনাকৈ দুইৰো দুইতো' মন মিলে নে নিমিলে, তাক বুঝিবলৈ নেপায়। জীয়াই থকা যায় মানে যাৰে সৈতে পৰম বন্ধু ভাবে থাকিব লাগিব, তেওঁৰ গো' ৰূপ গুণ কেনে, তাক নে জানি যে বন্ধুতা কৰা যায়, ইয়াতকৈ অসুখৰ কথা আন কি আছে? এই কাৰণেই আমাৰ দেশৰ অনেক মত্তা তিৰোতাৰ অমিল অপ্ৰীতি হৈ, বৰ অসুখ হয়। আৰু যেতিয়া-লৈকে এই নিয়ম চলি থাকে, তেতিয়ালৈকে আমাৰ গৃহ সুখ হবৰ আগন্তুক নাই" (পৃঃ ১২২)২১। এনে উক্তিত হেমচন্দ্ৰৰ ব্যক্তিগত জীৱনৰ কিবা ইঙ্গিত আছে নে কি?

আনন্দৰাম ঢেকিয়াল ফুকনে হেমচন্দ্ৰলৈ লিখিছিল। "বঙ্গ-দেশত 'যুবা বঙ্গালী' নামেৰে যে এক শ্ৰেণী মানুহ ওলাইছে আসামত সিবিলাকৰ দোষ এৰি গুণ লোৱা কিছুমান লোকৰ এটি অঙ্কুৰ হোৱা দেখি মোৰ আনন্দেৰে পূৰ হৈছে, আৰু এনে আশা হৈছে যে, সেই গজালিটি সোনকালে এজুপি উত্তম গছ হব, আৰু সুগন্ধি ফুল আৰু মধুৰ ফলেৰে আসামৰ শোভা আৰু মুখ বঢ়াব" (পৃঃ ৮৮)২৪। সম্ভৱ আনন্দৰামে এই চিঠি তেওঁৰ মৃত্যুৰ (১৮৫৯ খ্ৰীঃ) কেইবছৰমানৰ পূৰ্ব্বে লিখিছিল।

এই 'যুবা বঙ্গালী' অনুষ্ঠানটো নো কি? ৰামমোহন ৰায়ে আৰম্ভ কৰা সংস্কাৰবাদ আন্দোলনটো যেতিয়া বঙ্গৰ তৰুণ দলৰ হাতত ৰক্ষণশীলতাৰ বিৰুদ্ধে প্ৰচণ্ড ৰণ-হুঙ্কাৰত পৰিণত হয়, তেতিয়া তাৰ নেতৃত্ব বহন কৰে হেনৰী লুই ভিভিআন ডিৰোজিঅ (ক (১৮০৯-৩১)। এই ইয়ং বেঙ্গল তথা যুবা বঙালীসকলে সমাজ-

---

ক. ডিৰোজিঅ' পৰ্তুগীজ লোক। তেওঁ শিক্ষক আৰু কবি। ইংৰাজীত কবিতা লিখা ডিৰোজিঅ' হিন্দু আৰু খ্ৰীষ্টীয়ন-সকলৰ মাজত সেতু স্বৰূপ আছিল। তেওঁক মানবতাবাদ

সংস্কাৰ আন্দোলনক তীব্ৰ কৰি তোলে। কলিকতাৰ হিন্দু কলেজৰ কেইজনমান প্ৰগতিপন্থী ছাত্ৰই (কৃষ্ণমোহন বন্দোপাধ্যায়, তাৰচাঁদ চক্ৰৱৰ্ত্তী, দক্ষিণাৰঞ্জন মুখোপাধ্যায়, ৰামতনু লাহিড়ী, ৰাধানাথ শিকদাৰ আদি) ১৮৩১ চনত 'জ্ঞানান্বেষণ' নামৰ এখন পত্ৰিকা প্ৰকাশ কৰি বঙ্গদেশৰ আধুনিক জ্ঞান-বিজ্ঞান চৰ্চ্চাৰ সূত্ৰপাত কৰে। ১৮৩১ চনৰ ২১ এপ্ৰিলত ছাত্ৰসকলৰ নৈতিক চৰিত্ৰৰ অৱনতি ঘটোৱাৰ অভিযোগত ডিৰোজিওক হিন্দু কলেজৰপৰা বিতাৰিত কৰা হৈছিল।···ডিৰোজিওক আতৰোৱাৰ এমাহ পিছতে তেওঁৰ শিষ্য অ্যাকাডেমিক এছোছিয়েশ্যনৰ সভ্য ওঠৰ বছৰীয়া কৃষ্ণমোহন বন্দোপাধ্যায়ে The Enquirer পত্ৰিকা প্ৰকাশ কৰি ইয়ং বেঙ্গল দলৰ আন্দোলন পৰিচালনা কৰিছিল" (পৃঃ ৪০)১৩। ঈশ্বৰগুপ্তই (১৮১২-৫৯ খ্ৰীঃ) এই দলৰ বিশৃঙ্খলতা সহ্য কৰিব নোৱাৰি, তেওঁ 'ইয়ং বেঙ্গল' অৰ্থাৎ হিন্দু কলেজৰ কালাপাহাৰী ছাত্ৰসকলক ব্যঙ্গৰ তীক্ষ্ণ বাণেৰে আক্ৰমণ কৰি লিখে—

"সোণাৰ বাঙাল কৰে কাঙাল ইয়ং বাঙাল যত জনা।
সদা কৰ্ত্তৃপক্ষেৰ কাছে গিয়ে কাণে লাগায ফোঁস-ফোঁসনা।
এৰা না-হিন্দু ন-মোসলমান ধৰ্ম্মধনেৰ ধাৰ ধাৰে না॥"

এই যুৱা বঙালীসকলৰ 'দোষ এৰি গুণ লোৱা কিছুমান লোকৰ এটি অঙ্কুৰ হোৱা দেখি' আনন্দৰাম ঢেকিয়াল ফুকনে 'গজালিটি এজুপি উত্তম গছ' হোৱাৰ যি আশা পোষণ কৰিছিল সি আংশিক ভাৱে সফল হ'ল। 'অৰুণোদয়'ত 'যুৱা বঙ্গালী-সকলৰ বিষয়ে সমালোচনা প্ৰকাশিত হৈছিল।

---

যুক্তিনিষ্ঠতা আৰু দেশ-হিতৈষিতাৰ কাৰণে তৰুণসকলে তেওঁক ভাল পাইছিল; কিন্তু ৰক্ষণশীল সমাজে তেওঁক তীব্ৰভাৱে সমালোচনা কৰিছিল।—লেখক

ষোড়শ বছৰ 'অৰুণোদয়'ত প্ৰকাশিত (নম্বৰ ৪, এপ্ৰিল ১৮৬১) স্ত্ৰী-শিক্ষা শীৰ্ষক প্ৰবন্ধৰ এঠাইত (হিন্দু পেট্ৰিয়ট কাকতৰ পৰা অনূদিত) আছে, "যুবা বঙ্গালীসকলৰ নিচিনা সমাজৰ অস্থিৰ অৱস্থাৰ আন আন দোষৰ মাজত ৰাগী লগা বস্তুপান আৰু পৰস্ত্ৰী গমন কৰা, এই দুটাই প্ৰধান। বঙ্গাল দেশ এই নিয়মৰ বাহিৰ নহয়। অনেক উপহাসকাৰী গীত, কৌতুক জনক ভাৱনা, মিশ্যনেৰী চাহাব, টেকচাঁদ ঠাকুৰ (ক) আৰু মাইকেল মধুসূদন দত্তৰ (খ) কিতাপ. এই বিলাকেই তাৰ প্ৰমাণ। সেইবিলাকে যুবা বঙ্গালীবিলাকৰ মদ খোৱাৰ দোষ সম্পূৰ্ণৰূপে প্ৰকাশ কৰিছে" (পৃঃ ১১৫-১৬)২১।

পৰৱৰ্ত্তী সংখ্যা 'অৰুণোদয়'ত (নম্বৰ ৫, মে, ১৮৬১) হ. চ. অৰ্থাৎ হেমচন্দ্ৰ বৰুৱাই স্ত্ৰী-শিক্ষা প্ৰবন্ধত লিখে,—"তিৰোতা-বিলাকক মুক্তাৱস্থা দিয়াৰ গুণ আমাৰ দেশী সকলে বুজিব নোৱাৰে। তথাপি আমি কওঁ. যে আমাৰ কথাৰ দৰে আচৰণ কৰিলে এতিয়া যুবা বঙ্গালী যিবিলাক বিদ্যাধাৰীৰ পূজা কৰিছে,

---

ক. প্যাৰীচাঁদ মিত্ৰ বা টেকচাঁদ ঠাকুৰ (১৮১৪-৮৩) আলালেৰ ঘৰেৰ দুলাল উপন্যাস ৰচয়িতা। হিন্দু কলেজৰ বিখ্যাত ছাত্ৰ আৰু ইয়ং বেঙ্গল দলৰ অন্যতম নেতা; স্ত্ৰী-শিক্ষা প্ৰচাৰত ব্ৰতী।

খ. মাইকেল মধুসূদন দত্ত (১৮২৪-৭৩) উনবিংশ শতিকাৰ বঙ্গৰ ৰেণেচাঁচৰ প্ৰতীক, পাশ্চাত্য সাহিত্যৰ আদৰ্শত বঙলা ভাষাত মহাকাব্য, আখ্যান কাব্য, পত্ৰ কাব্য, গীতি কাব্য আদি সূচনা কৰে। তেওঁৰ মেঘনাদ বধ এখন বিখ্যাত কাব্য। 'একেই কি বলে সভ্যতা (১৮৬০) নামৰ প্ৰহসনত তেওঁ ইংৰাজী শিক্ষিত ভ্ৰষ্টাচাৰ যুক্ত তৰুণ যুৱকসকলৰ ব্যঙ্গ কৰিছে।—লেখক

সিহঁতকৈ আমি ভাল তিৰোতা পাব পাৰিমহঁক (পৃঃ ১২১)২১।

আনন্দৰাম ঢেকিয়াল ফুকনে 'দোষ এৰি গুণ লোৱা'ৰ যি কথা কৈছে তাৰ দ্বাৰা সম্ভৱ স্ত্রী-শিক্ষাৰহে ইঙ্গিত দিছে।

হেমচন্দ্ৰৰ সময়ত সম্ভ্রান্ত পৰিয়ালত একাধিক বিবাহৰ প্রচলন আছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ নিচিনাকৈ তেৱোঁ বহু-বিবাহৰ বিৰোধী আছিল। 'অৰুণোদয়'ত (একাদশ বছৰ, নম্বৰ ৪, এপ্রিল ১৮৫৬) তেওঁ 'শ্রীসোণাৰ চাঁদ' এই ছদ্মনামত 'অনেক বিয়া কৰা অজুগুত' নামৰ প্রবন্ধ লিখিছিল। এই 'সোণাৰ চাঁদ' জনেই যে হেমচন্দ্ৰ বৰুৱা তাক নিসন্দেহে ক'ব পাৰি।

(ক) "বিজুলী গতিৰে সোণাৰ চাঁদক
পৃথিবী এন্ধাৰ কৰি—
সোণৰ ৰথত সাৰথিয়ে লই
পোৱালে অমৰাপুৰী"।

স্বৰ্গযাত্রা, দুর্গানাথ বৰুৱা
(জোনাকী, ৫ম-৬ষ্ঠ সংখ্যা, ১৮১৭ শক)

(খ) পানীন্দ্রনাথ গগৈৰ 'সোণাৰ চাঁদ ডেকাবৰুৱা'ৰ উল্লেখ 'বেঁকা অথচ নিপুণভাবে' হেমচন্দ্ৰৰ ছদ্মনামৰ ইঙ্গিত দিয়ে।

"সোণাৰ চাঁদ ডেকাবৰুৱা
তিৰবিৰবি পানীপৰুৱা" (লৰা-শিক্ষা আগছোৱা, পৃঃ ২২)।

(গ) "শ্রীযুত সোণাৰচাঁদ ডেকাবৰুৱাৰ বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী পুথিয়েই অসমৰ বেদ বা ধৰ্ম্মশাস্ত্র"
—কমলাকান্ত ভট্টাচাৰ্য্য।

এই সময়ত হেমচন্দ্ৰ একৈশ বছৰীয়া ডেকা। তেওঁ কুসংস্কাৰ আৰু দেশাচাৰৰ বিৰুদ্ধে থিয় দিছিল।

—×—

# আসাম নিউচ

স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ অন্নদাৰাম ঢেকিয়াল ফুকনে মাণিকচন্দ্ৰ বৰুৱাৰ লগ লাগি গুৱাহাটীত 'বৰুৱা-ফুকন ব্ৰাদাৰ্চ' নামৰ এটা ব্যৱসায় প্ৰতিষ্ঠান আৰম্ভ কৰে। "বৰুৱা-ফুকন ব্ৰাদাৰ্চ'ৰ বেহা-বেপাৰ খুব ডাঙৰভাবে ভাল ৰকমেই চলিছিল।...বাস্তৱিকতে য়ুৰোপীয় ধৰণেৰে অসমত বেহা-বেপাৰৰ প্ৰথম পথ-প্ৰদৰ্শক (pioneer) বৰুৱা-ফুকন ব্ৰাদাৰ্চকেই বুলিব লাগে" (পৃঃ ৬৫)৪।

১৮৮২ চনত 'অৰুণোদ' কাকতৰ প্ৰকাশ বন্ধ হয়। সেই বছৰতে মাণিকচন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ঢেকিয়াল ফুকনৰ যত্নত বৰুৱা-ফুকন ব্ৰাদাৰ্চৰ পৃষ্ঠপোষকতাত হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত গুৱাহাটীৰ পৰা 'আসাম নিউচ' নামৰ সাদিনীয়া ইংৰাজী-অসমীয়া বাতৰি কাকতখন প্ৰকাশ হয়। "মাণিকচন্দ্ৰ বৰুৱাৰ 'আসাম প্ৰিণ্টিং কৰপোৰেচন'ৰ হেমচন্দ্ৰ বৰুৱাও অংশীদাৰ আছিল (পৃঃ ১৩০) (ক)।

'আসাম নিউচ' কাকতৰ মূল মন্ত্ৰ হইল, কাৰ্য্যং বা সাধয়েচ্ছৰীৰং পাতয়েদ্বৃধঃ'। ফুলস্কেপ কাগজৰ আঠপিঠিত এই দ্বিভাষী কাকতখন ছপা হৈছিল। "চৰকাৰৰ দৃষ্টিত পেলাব লগীয়া স্থানীয় অভাৱ-অভিযোগ আৰু সম্পাদকীয় প্ৰবন্ধ এটাই-বোৰ অসমীয়া ইংৰাজী দুয়োটা ভাষাতে লিখি প্ৰকাশ কৰা হৈছিল।...ৰাজনীতিবিদ মহান পুৰুষ মাণিকচন্দ্ৰ বৰুৱাই প্ৰায়েই ইংৰাজী স্তম্ভত প্ৰকাশ কৰিব লগীয়া প্ৰবন্ধবিলাক লেখিছিল।

---

ক. কনকলাল বৰুৱা, বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা।

অভয় শঙ্কৰ গুহ (ক) নামৰ এজন কৃতবিদ্য বঙালীয়েও ইংৰাজী ছোৱা লেখাত সহায় কৰিছিল” (পৃঃ ৪)২৬। হেমচন্দ্ৰৰ কাপৰ গুণত এই কাকতে ‘অতি শীঘ্ৰে ওখ ঠাই অধিকাৰ কৰিলে’। এসময়ত আসাম-নিউচৰ গ্ৰাহকৰ সংখ্যা প্ৰায় নশ আছিল; কিন্তু আৰ্থিক অৱস্থা অনুকূল নোহোৱাৰ কাৰণে কাকতখন স্থায়ী নহ’ল। ১৮৮৫ চনৰ জুলাই মাহত এই কাকতৰ প্ৰকাশ বন্ধ হ’ল। এই প্ৰসঙ্গত হেমচন্দ্ৰই আত্ম-জীৱনীত লিখিছে,—“মই চৰকাৰী কামৰপৰা অৱসৰ পোৱাৰ পাচত ইং ১৮৮২ শকত দেশহিতৈষী কিছুমান অসমীয়া ভদ্ৰলোকে আসাম নিউচ নামেৰে এখন ইংৰাজী অসমীয়া সাপ্তাহিক বাতৰি কাকত চলাবলৈ স্থিৰ কৰি মোক তাৰ সম্পাদক নিযুক্ত কৰাত মই কেইবছৰমান আনৰপৰা অধিক সহায়তা নোপোৱালৈকে একে হাতে সেই কাকত চলাওঁ; কিন্তু কওঁতে বেজাৰ লাগে যে সি চিৰজীৱী নহ’ল”।৩

“চৰকাৰৰ ৰাজহ-নীতি, অসমীয়া ভাষা-নীতি আৰু বৃটিছ কৰ্ম্মচাৰীবিলাকৰ অসৎ আচৰণ-ব্যৱহাৰৰ প্ৰতি তেখেতৰ লেখা দেৰদেৰীয়া চোকা আছিল।” “এবাৰ আসাম নিউচত ফৰেষ্ট ডিপাৰ্টমেণ্টৰ খাজনাৰ নিৰিখ অন্যায়ভাবে আৰু অতিপাতকৈ বঢ়োৱা হৈছে বুলি লিখা হয়। সেই সংখ্যা কাকত ওলোৱা মাত্ৰকে গৱৰ্ণমেণ্টে বকৰালৈ সেই বিষয়ে মতামত খুজি পত্ৰ দিয়ে আৰু যাতে নিৰিখ ধাৰ্য্য কৰোতে কোনো ৰকমে অন্যায় নহয় তাৰ বাবে বিশেষ চকু দিয়া হয় বুলি বকৰালৈ উত্তৰ দিয়ে। এনেকৈ গৱৰ্ণমেণ্টে যেতিয়াই যি সুযোগ পাইছে তাত বকৰাক পৰামৰ্শ নকৰাকৈ থকা নাই। দেশী চিভিলিয়ানবিলাকৰ বিধৱা পত্নীৰ স্ত্ৰীবিলাকে পেন্সন ভোগ কৰা সম্পৰ্কে এবাৰ বকৰাৰ মত খুজি গৱৰ্ণমেণ্ট চিঠি দিয়ে। আৰু সেই মত বকৰা

ক, তেওঁ আসাম নিউচ’ৰ সহকাৰী সম্পাদক আছিল।

ডাক্তৰীয়াই আসাম নিউচৰ জৰীয়তে প্ৰকাশ কৰে। তেনেকৈ আসামত টিকা দিয়া প্ৰচলন, কামাখ্যা মন্দিৰত তান্ত্ৰিকসকলৰ কিবা আসোঁৱাহ থকা আচাৰ-পদ্ধতি, দেৱালয়ৰ সেৱাইতে নিস্পিখেৰাজ মাটি ভোগ কৰা, কানি কমিশ্বনত সাক্ষী (ক) দিয়া ইত্যাদি অনেক অৱশ্যকীয় বিষয়ত হেমচন্দ্ৰ বৰুৱাৰ মতামত গৱৰ্ণমেণ্টে আহ্বান কৰে। 'আসাম নিউচ'ৰ জৰীয়তে এই আটাইবোৰ বিষয়ৰ উত্তৰ যথাযথভাবে প্ৰকাশিত হয়। এইটো এটা বৰ বিশেষকৈ লক্ষ্য কৰিবলগীয়া যে আসাম নিউচত যেতিয়াই ৰজা-প্ৰজা সম্পৰ্কে বা ভাষা আৰু সাহিত্য সম্পৰ্কে কোনো কথা প্ৰকাশিত হৈছিল, সেই কথা কেতিয়াও বিফলে যোৱা নাছিল" (পৃঃ ৭৫-৭৬)৭।

একালত দৰঙ্গ জিলাত 'বেগাৰ ধৰা' (খ) যি কু-প্ৰথা চলি আছিল আসাম নিউচ কাকতত সেই বিষয়ে কঠোৰ সমালোচনা প্ৰকাশ হয়, আৰু ইয়াৰ ফলত ইংৰাজ চৰকাৰে সেই প্ৰথা উঠাই দিয়ে। এই কাকতত ৰাজনৈতিক কথাৰ বাহিৰেও সাহিত্য-সমাজ আদিৰ বিষয়ে সুন্দৰ সুন্দৰ প্ৰবন্ধ প্ৰকাশ হৈছিল। অসমৰ

---

ক. হেমচন্দ্ৰ বৰুৱাই ১৮৯৩ চনত কানি আয়োগলৈ তেওঁৰ টোকা প্ৰেৰণ কৰে। পৰিশিষ্ট দ্ৰষ্টব্য।

খ. চাহবাগিছাৰ কুলি (পৃঃ ৮)-মৌ, ১ম সংখ্যা, ডিচেম্বৰ ১৮৮৬ চন; দৰং জিলা বৰ কুলি-পানিবাম শৰ্ম্মা—বিজুলী, ২য় ভাগ, ১৮১৪ শক, পৃষ্ঠা ৮৭-৮৯।

ৰাইজৰ অৱস্থাৰ উন্নত কৰিবৰ উদ্দেশ্যে (ক) স্থাপিত আসাম এচোছিয়েচনৰ (খ) লক্ষ পূৰণৰ অৰ্থে এটা জাতীয় নিধি গঠনৰ

---

ক. "বৰলাট সাহাব ৰিপন বাহাদুৰে ১৮৮২ সনত যেতিয়া স্বায়ত্ব শাসন প্ৰণালী ভাৰতবৰ্ষত চলাবলৈ ঘোষনা কৰি দিলে, তেতিয়া ভাৰতবৰ্ষৰ আৰু আন সভ্য দেশবিলাকৰ কথা নকওয়েই চোৰা চুকৰ ভেকুলিৰ নিচিনা থকা এই আসাম দেশেও হৰিষত জিকি উঠিছিল। জিলায় জিলায় কি নগৰীয়া কি চহৰীয়া, কি বৰ কি সৰু সকলোৱে গোটখাই বৰ বৰ সভা পাতি ৰিপন বাহাদুৰ নামে হৰিধ্বনি দিছিল"—মৌ; প্ৰথম বছৰ প্ৰথম সংখ্যা, ডিচেম্বৰ ১৮৮৬, লোকেলবোৰ্ডি, (পৃঃ-১৩)।

খ. অসমৰ অৱস্থা উন্নত কৰিবৰ উদ্দেশ্যে ১৮৮২ চনৰ ৬ মাৰ্চ্চত শিৱসাগৰত বহা ৰাজহুৱা সভাত দীননাথ বেজবৰুৱা আৰু গঙ্গাগোবিন্দ ফুকন আসাম এচোছিয়েচনৰ ক্ৰমে সভাপতি আৰু সম্পাদক নিৰ্ব্বাচিত হয়। এই সভাৰপৰা ৰাইজৰ দান-বৰঙণি বিচৰা তলৰ গোহাৰিখন ২৩ জুলাইৰ (১৮৮২) 'আসাম নিউচত প্ৰকাশ হৈছিল, আৰু বঙ্গৰ সুৰেন্দ্ৰনাথ বেনাৰ্জ্জী (১৮৪৮-১৯১৫) সম্পাদিত 'ডি বেঙ্গলী' কাকতত (১৫ ডিচেম্বৰ ১৮৮২) তলত দিয়া দৰে সেই বাতৰি প্ৰকাশ হৈছিল।—

**"National Fund"**

The press upon the National Fund for Constitutional agitation for the conservation of National interest.

'Assam News (Anglo Assemese weekly).
Gauhati, July 23.'

We on behalf of our educated countrymen have expressed sympathy with the object of the meeting and hope that all our

বাবে দেশবাসীৰপৰা দান-বৰঙণি বিচাৰি আসাম নিউচে (১৮৮২ চন ২৩ জুলাই) গোহাৰি প্ৰকাশ কৰিছিল।

হেমচন্দ্ৰ বৰুৱা সততে নিজৰ মত এৰা লোক নাছিল, আৰু 'বয়সীয়া হৈও ৰাজনীতি বিষয়ে অত্যন্ত ৰেডিকেল (redical) আছিল'। আসাম নিউচত তেওঁৰ মতেই প্ৰবল আছিল। এবাৰ পৰাধীন ভাৰতবাসীয় ইংৰাজ শাসকৰ হাতত লাঞ্ছিত হোৱা বাতৰি পাই আসাম নিউচৰ সম্পাদকে তাক উক্ত কাকতত তলত দিয়াৰ দৰে কঠোৰভাবে সমালোচনা কৰে।—

"কলিকতাত লেম্ব নামেৰে এজন ৰাজবংশী ডিষ্ট্ৰীক্ট চুপাৰি-ণ্টেণ্ডেণ্ট আছে, তেওঁৰ আগত জোতা পিন্ধিলে তেওঁৰ চকু ফুটে। অলপতে, ৰমেশচন্দ্ৰ বন্দোপাধ্যায় নামেৰে সেই অপিচৰ কেৰেণী

---

countrymen from the highest to the lowest, will contibute something, according to their respective means, to the fund, which is most urgently needed."

আসাম এছোছিয়েচন গঠন সম্পৰ্কে 'ডি ষ্টেটচ্‌মেন্‌' কাকতে তলৰ বাতৰিটো পৰিৱেশন (৭ মাৰ্চ্চ, ১৮৮২) কৰিছিল—

**Assam Association**

**Sibsagur, March 6.**

**A public meeting was held at Sibsagur, at which resolutions were passed to form an Association to be called the Assam Association, with the object to endeavour to ameliorate the condition of the people of Assam. The following gentleman were elected office beareas :—Dinanath Bezbarua, President, Gunga Govind Phukan, Honerary Secretary, Akhoy Coomar Ghosh, B.L. and Mahendra Narain Banerjee, Honerary Joint-Secretaries."**

এজন দৰ্ম্মহা আনিবলৈ তেওঁৰ ওচৰলৈ যায়। কেৰেণীজনৰ দুৰ্ভাগ্যক্ৰমে তেওঁৰ ভৰিত জোতা আছিল, চাহাব মহাপুৰুষৰ চকুত পৰিল; ৰমেশ বাবুক জোতা খহাবলৈ আদেশ দিলে কিন্তু তেওঁ প্ৰকৃত ব্ৰাহ্মণৰ দৰে চাহাবৰ আদেশ পালিবলৈ অসন্মত হ'ল। প্ৰভুৰ আজ্ঞা নমনা বাবে লেম্বে ৰমেশ বাবুৰ এমাহৰ দৰ্ম্মহা জৰিমণা কৰিলে। ৰমেশ বাবুৱে ডেপুটী কমিশ্যনাৰৰ ওচৰত লেম্ব চাহাবে তেওঁক কেনেকৈ ব্যৱহাৰ কৰিলে তাক বৰ্ণাই •ট আবেদন কৰে। ডেপুটী কমিশ্যনাৰতো আন নহয় একে গছৰে পাণ সেই বংশৰে, গতিকেই আবেদন নামঞ্জুৰ হ'ল। পাচত গঢ়গতি বেয়া দেখি ৰমেশ বাবুৱে বিষয় পৰিত্যাগ কৰিছে। ৰমেশ বাবুৰ আৰ্যোচিত আত্ম-গৌৰৱ দেখি আমি সন্তোষ পাইছোঁ।"

'আসাম নিউচ'ৰ পুথি সমালোচনাৰ মানদণ্ড উন্নত আছিল, কিন্তু কেতিয়াবা ইয়াৰ চোকা বাক্যবাণত অনেক লোক জৰ্জৰিত হৈছিল। হৰিবিলাস আগৰৱালাই (১৮৪২-১৯১৬ খ্ৰীঃ) জয়জয়তে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ 'কীৰ্ত্তন-ঘোষা' ছপা (১৮৭৬ খ্ৰীঃ) কৰি উলিয়ায়। সেই তাণ্ডৱণটি হেতুকেই তেওঁৰ কাকতৰ 'নিয়াৰিপ সমালোচনাৰে এনেকৈ খুন্দিছিল'।—

---

এই আসাম এছোছিয়েচন স্থাপনৰ শক সম্পৰ্কে মত ভেদ আছে। বেণুধৰ শৰ্ম্মাৰ মতে ১৮৬৭ চনত গুৱাহাটীত আসাম এছোছিয়েচন স্থাপিত হয় আৰু ১৮৮০ চনত শিৱসাগৰত ইয়াৰ প্ৰথম খণ্ডত (পৃঃ ১৫৮-১৯৭৭) এই শক দিয়া হৈছে। কিন্তু 'আসাম নিউচ' আৰু 'ডি ষ্টেটচ্‌মেন'ৰ তাৰিখ অধিক বিশ্বাস-যোগ্য।—লেখক

"এই দেশত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰোতা শঙ্কৰ আৰু তেওঁৰ শিষ্য মাধৱদেৱে সংস্কৃত ভাগৱত আদি পুথিৰ বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধীয় কোনো কোনো অংশ ভাঙ্গি অসমীয়া ভাষাৰে ভালেমান পদ-পুথি কৰি গৈছে; আৰু বোধ হয় অসমীয়া ভাষাত তেওঁলোকেই আদি কবি আছিল। কিয়নো তেওঁবিলাকৰ আগেয়ে আন কোনোৱে কৰা পদ্য দেখা নাযায়। সেইবিলাক পুথিএই দেশৰ সকলো মানুহৰ বাইকৈ বৈষ্ণৱবিলাকৰ বৰ মান্য। এই দেশী বৈষ্ণৱ বিলাকে ভাগৱতাদি মূল পুথিতকৈও সেইবোৰক অধিকৰূপে মানে আৰু বৰ যত্নেৰে ঘৰত ৰাখি সেৱা কৰে। বিস্তু লিখোতা নাহোৱাত লাহে লাহে সেইবিলাক দুষ্প্ৰাপ্য হৈ আহিছে। কিন্তু বৈষ্ণৱবিলাকৰ ইমান মান্য আৰু আদৰৰ পুথিবিলাক ছপাই সংচালনি নহ'বলৈ সকলোৱে লাহ কৰিব নোৱাৰে। অনুমান হয়, ইযাকে ভাবি শ্ৰীযুত আউনীআটীয় অধিকাৰ গোস্বামীয়ে প্ৰথমতে 'গুণমালা' নামেৰে পুথি এখন ছপাই এটা আৰ্হি দেখুৱায়। ইয়াৰ পাচত, 'হাজাৰী ঘোষা' আদি কোনো কোনো পুথিও তেওঁৰ আজ্ঞাৰে ছপা হৈছিল। পাচত, সেই পথৰ পথিক হৈ অন্যান্য লোকেও 'কীৰ্ত্তন' আদি কোনো কোনো পুথি ছপাইছে। কিন্তু আৰ্হি তোলোঁতাৰ দোষত হাতেৰে লিখা পুথি বিলাক এনে বিশ্ৰী হৈ পৰিছে যে অনেক ঠাইত লেখকৰ ভাব বুজাই টান হয়। বঙ্গালীবিলাকে কয়, 'তিনি নকলে আসল খাস'। বিশেষ সেইবিলাক পুথি লেখোঁতাসকলৰ সৰহ ভাগ ভক্তি-বৈষ্ণৱ। তেওঁবিলাকে অন্য দেৱ-দেৱীৰ উপাসনা নকৰে। এতেকে আই সৰস্বতীৰ সৈতে তেওঁবিলাকৰ ঘোৰ বিবাদ; সৰু কালতে ফলি লওঁতে 'সৰচতী, সৰচতী, কণ্ঠে গোলাপী, তোগে বিলাপী' বুলি ফলিৰ ছাইৰে যি ফোঁট লৈছিল, তাৰ বলতে যিমান হব পাৰে তেওঁবিলাকৰপৰা তাতকৈ অধিক আশা কৰা বৃথা। এনে স্থলত,

শুদ্ধ কীৰ্ত্তন পুথি পোৱা বৰ টিলা কথা নহয়। এতেকে তাক শুদ্ধৰূপে ছপোৱাও টান; কিয়নো গ্ৰন্থকৰ্ত্তাই যি ৰূপে লেখিছিল, যিমান পৰা যায় তদ্ৰূপে ছপোৱা পুথিকহে শুদ্ধ বোলা যায়। কিন্তু দুৰ্ভাগ্যৰ গুণে ছপা হোৱা যিবিলাক পদপুথি আমি দেখিছোঁহক সেইবিলাকৰ ভিতৰত এখনকো শুদ্ধ বুলিব নোৱাৰি।

হৰিবিলাস বাবুৱে কীৰ্ত্তন পুথি আগেয়েও এবাৰ ছপাইছিল; এইয়া দ্বিতীয়বাৰ (সম্ভৱ ১৮৮২ চনত—লেখক)। দুইও বাৰৰ পুথি আমি দেখিছোঁ আৰু তেওঁ যে শুদ্ধৰূপে ছপাবৰ নিমিত্তে প্ৰচুৰ পৰিশ্ৰম কৰিছে তাকো আমি বুজিছোঁ। তাত যে কোনো এজন বোধ থকা মানুহৰ হাত লাগিছে সেই পুথিয়েই তাৰ প্ৰমাণ। ইয়াকেই বোলে আওমৰা ছলেৰে বাও মৰা'।

আসাম নিউচ্‌ কাকতৰ সম্পাদকে পুথিৰ সমালোচনা শিতান বাদ দিয়াৰ কথা জানি গুণাভিৰাম বৰুৱাই 'আসাম-বন্ধু'ত লিখে—

"আমি 'আসাম-নিউচ্‌' সম্বাদ পত্ৰৰ গ্ৰাহক নহওঁ। সিদিনা এজন বন্ধুৰ মুখে শুনিলোঁ যে লৰাবোধ (ক) আৰু শিক্ষাসাগৰ (খ) দোষ গুণ বিবেচনা কৰাৰ উপলক্ষ্যে সেই পত্ৰৰ সম্পাদকক পুথী লেখোঁতাসকলে বেয়া পাব দেখি তেওঁ পুথীৰ গুণাগুণ বৰ্ণনা কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছে। আমাৰ বন্ধুএ কোৱা কথা যদি সত্য হয় তেতিয়া হলে আমাৰ পক্ষে বড় দুখৰ কথা। আমাৰ দেশত পুথীৰ সংখ্যা যেনে কম গুণাগুণ বিচাৰ কৰা পত্ৰও তেনে কম। অধিক কি, এখান মাত্ৰ 'আসাম নিউচ্‌'। সেই পত্ৰৰ সম্পাদক অতি যোগ্য আৰু তেওঁৰ পৰা ন-কৈ পুথী

---

ক. লম্বোদৰ বৰাপ্ৰণীত পাঠ্যপুথি।

খ. নগাওঁ কুৰুৱাবাহী সত্ৰৰ পদ্মহাস গোস্বামী প্ৰণীত।

লেখিবলৈ ধৰা লোকসকলে বিশেষ শিক্ষা পাবৰ সম্ভৱ। তেওঁ যি যি পুথাৰ যি যি গুণাগুণ সময়ে সময়ে বিচাৰ কৰিছে সেই সকলৰ অধিকাংশই প্ৰকৃত শিক্ষিত সমাজত খাটে। আমাৰ সাহিত্য সমাজৰ যেন অৱস্থা তাত গুণাগুণ বিচাৰ নিতান্ত প্ৰয়োজনীয়। ঈশ্বৰৰ ইচ্ছাত আজিকালি আমি দুখানি এখানি ন ন পুথীৰ মুখ দেখিবলৈ ধৰিছোঁ। আমাৰ ভাষাৰ যেনে শিশু অৱস্থ পুথী কৰা লোকসকলৰো পুথী লেখাৰ শিশু অৱস্থা। যদি ভাল গুণাগুণ বিচাৰ নহয় তেওঁ হলে গ্ৰন্থকাৰসকলে স্বেচ্ছাচাৰী হবৰ সম্ভাৱনা। নিজে নিজে পাৰ্গত ভৰা দোষ-যুক্ত। আপোনাৰ মুখ আপুনি যেনেকৈ নেদেখি, সেইদৰে আপোনাৰ দোষো তেনে নে দেখি। এতেকে এজন দোষগুণ দেখাই দিয়া লোকৰ নিতান্ত প্ৰয়োজন।...... অনেকৰ দোষগুণ ধৰা যাই যে ভাল হব পৰা যায় এতেকে আমি আশা কৰো যেন লেখকসকলে ৰচনাৰ গুণাগুণ ধৰোঁতাসকলৰ কথা সহি শিক্ষাৰ প্ৰথম অৱস্থাৰ নিয়ম পালিব ; সেই হলেই ভাষাৰ উন্নতি হ'ব। আমি আৰু আশা কৰো যেন 'নিউচ'ৰ সম্পাদকেও মানুহৰ বেজাৰলৈ মন কাণ নিদি পাৰ্যমানে পুথীৰ দোষ গুণ বিচাৰি থাকিব। আন তেনে সাময়িক পত্ৰ বা যোগ্য লোক নাই, যে তেওঁ সেই কাৰ্য্য কৰে। ছাত্ৰৰ কথালৈ চাই যদি শিক্ষকে শিক্ষা দিবলৈ এৰে তেনেহলে কিৰূপে শিক্ষা দিয়া হব।

পৰীক্ষক নহলে শিক্ষাৰ গুণাগুণ উন্নতি অৱনতি নাজানি। সোণ যিমান পোড়া যিমান ভাল হয়। যদি সমালোচকক আমি শত্ৰু যে ভাবো তেও তেওঁ আমাৰ উপকাৰী ; কিয়নো আমাৰ দোষ ভাগ শত্ৰু নহলে আনে নেদেখে। দোষ শূন্য হোৱা যদি কাৰো উদ্দেশ্য হয় তেনেহলে তেওঁ সমালোচকৰ সমালোচনা সহোক" (পৃঃ ২০২-২০৫)।

ওপৰৰ উক্তিৰ পৰা এটা কথা প্ৰতীয়মান হয় যে জুইত পুৰিলে সোণ উজ্জ্বল হোৱাৰ দৰে, 'আসাম নিউচ'ৰ সমালোচনা লেখকৰ প্ৰভূত উপকাৰ সাধন কৰিছিল। গতিকে এই কাকতৰ সমালোচনাৰ বিশেষ মূল্য আছিল।

'আসাম নিউচ্' কাকত সম্পাদনাত হেমচন্দ্ৰই আখৰ-জোঁটনিৰ কটকটীয়া নিয়ম মানি চলিছিল। তেওঁ তাৰ ব্যতিক্ৰম সহ্য কৰিব নোৱাৰিছিল। সম্পাদকলৈ "অশুদ্ধ ভাষাৰে প্ৰবন্ধ লিখি পঠালে লিখকসকলৰ বিনাই 'আসাম নিউচ'ত "লিখোঁতাবিলাকৰ প্ৰতি' এই স্তম্ভত ভালকৈ দেখা গৈছিল।" "আপোনাৰ চিঠিয়ে আমাৰ ফটা কাকতৰ পাচিতহে ঠাই পালে," এনে উক্তিয়ে বহুতকে নিৰুৎসাহ কৰিছিল। এইখিনিতে হেমচন্দ্ৰ আৰু গুণাভিৰাম এই দুজন সমসাময়িক ব্যক্তিৰ পাৰ্থক্য পৰিলক্ষিত হয়। হেমচন্দ্ৰ বৰুৱাই কটকটীয়া নিয়ম মানি চলাৰ কাৰণে অনেক লোক তেওঁৰ বাক্য-বাণত জৰ্জৰিত হৈছিল। কিন্তু আসাম বন্ধু কাকতৰ কোনো কটকটীয়া নিয়ম নাছিল। আসাম বন্ধু ঠিক যেন আসাম নিউচৰ বিপৰীত। আসাম বন্ধু কাকতখন নতুন লেখকসকলৰ বৰ আদৰৰ আছিল। "আসাম বন্ধুৰ ভুল আখৰ-জোঁটনি দেখি কতদিন হেমচন্দ্ৰ বৰুৱাক মুখ বিকটা-বিকটী কৰা দেখিছোঁ। কি জানি সেই সময়ত গুণাভিৰাম বৰুৱাক লগ পোৱা হলে তেওঁ ভালকৈ কেআষাৰমান কথা শুনাই দিলেহেঁতেন। সি যি কি হওক, কেবাজনো ডেকা অসমীয়া লিখাৰু হেমচন্দ্ৰ বৰুৱাৰ প্ৰিয়পাত্ৰ আছিল। লম্বোদৰ বৰা, পাণীন্দ্ৰনাথ গগৈ আৰু শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীৰ নাম ইয়াত উল্লেখযোগ্য" (পৃঃ ১২৮–২৯) (ক)।

---

ক, কনকলাল বৰুৱা, বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা।

"যেতিয়া প্ৰথমতে 'আসাম নিউচ' ওলায়, তাৰ ভাষা দেখি মানুহে অনেক ইতিকিংষ কৰিছিল; অনেকে দোষ ধৰিছিল বোলে, কি ভাতখোৱা মাছলোৱা ভাষুৰে বাতৰি কাকত লেখে? তাৰ মূৰত থকা 'সাতদিনীয়া' বাতৰি কাকত' এই ফাঁকিটো দেখি অনেকে ঠাট্টা কৰি কৈছিল বোলে, 'কাকত' নেলেখি তুলাপাত লেখিলে আচল অসমীয়া হব। কিন্তু গালি-শপনি খাই 'আসাম নিউচ'ৰে শেহত জয় হ'ল" (পৃঃ ১৪১)২। তেওঁ অসমীয়া ভাষাত নোহ'ৱা ভাঁলেমান ইংৰাজী শব্দৰ প্ৰতিশব্দ নিজে সাজি ওলিযাইছিল। তাৰে কিছুমান থাকিল—সকলোৱে গ্ৰহণ কৰিলে; কিছুমান মৰিলে কিযনো ল'ইজে সেইবোৰ গ্ৰহণ নকৰিলে। কিন্তু এই কাকতে ব্যৱহাৰ কৰা 'নিউজ পেপাৰ'ৰ প্ৰতিশব্দ 'বাতৰি কাকত'টোৱেই আজিও সঞ্চালনিকৈ চলি আছে।

অসমীয়া আলোচনী সাহিত্যত 'আসাম নিউচ' কাকতৰ স্থান সম্পৰ্কে সাহিত্যৰথী বেজবৰুৱাৰ ভাষাৰে কব পাৰি,—"আসাম নিউচখন ভালকৈ পঢ়া ৰোগে মোক বৰকৈ ধৰিছিল। কেতিয়া 'আসাম নিউচ' আহিব মই বাটলৈ চাই থাকোঁ আৰু এটাইৰে আগেয়ে মই কাকতখন এনি পঢ়োঁ। বুলিলে ঠিক কোৱা নহয়, গিলোঁ। বুলিলেহে ঠিক হব। বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিলে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। আসাম নিউচ নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিত কৰিলে।...আজিলৈকে আসাম নিউচৰ নিচিনা কাকত এখন অসমত নোলাল" (পৃঃ ৬৫-৬৬)৪। জাতীয় জীৱনৰ দুৰ্যোগপূৰ্ণ কালত সঞ্জীৱনী বাৰি ঢালি-

ক. কনকলাল বৰুৱা, বাঁহী, ৭ম বছৰ, ৩য় সংখ্যা (পৃঃ ১৩১)।

বৰ প্ৰয়াস কৰে। নহলেনো 'আসাম নিউচ্.' কাকত অকালতে বন্ধ হোৱাত বঙ্গদেশৰ প্ৰসিদ্ধ বাগ্মীপুৰুষ, নেতা আৰু ইণ্ডিয়ান এছোছিয়েচনৰ—অন্যতম কৰ্ণধাৰ সুৰেন্দ্ৰ নাথ বেনাৰ্জ্জী সম্পাদিত 'ডি বেঙ্গলী' কাকতে দুখ প্ৰকাশ কৰে নে!(ক)

মূঠৰ ওপৰত 'আসাম নিউচে' অসমীয়া ৰচনা-ৰীতি আৰু বৰ্ণবিন্যাসৰ প্ৰকৃত আৰ্হি দেখুৱালে। সেয়েহে হেমচন্দ্ৰ গোস্বামীৰ ভাষাৰে ক'ব পাৰি, "আসাম নিউচে যি ভাষা শিকাই গল। আজিকালিৰ অসমীয়া গদ্য-ভাষাই তাকেহে আওৰাইছে"।

—×—

## তেওঁৰ ৰচনাৱলী

তেওঁৰ ৰচনাৱলী হৈছে কানীয়াৰ কীৰ্ত্তন (১৮৬১), বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী (১৮৭৬), অসমীয়া ব্যাকৰণ (১৮৫৯), অসমীয়া লৰাৰ ব্যাকৰণ (১৮৮২), অসমীয়া লৰাৰ আদিপাঠ (১৮৭৫, ১৮৭৬), পাঠমালা, স্বাস্থ্যৰক্ষা, হেমকোষ (১৯০০), পঢ়াশলীয়া অভিধান (১৯০৬), সংক্ষিপ্ত হেমকোষ, 'আচামিজ মেৰেইজ চিষ্টেম' (১৮৯২) ইত্যাদি। আসাম নিউচৰ কথা আগত কৈ অহা হৈছে।

## ব্যাকৰণ আৰু অভিধান

হেমচন্দ্ৰ বৰুৱা মহান সাহিত্যিক নহয়, কিন্তু অসম সাহিত্য সভাই তেওঁক 'সাহিত্যৰথী' বুলি অভিহিত কৰিছে। তেওঁৰ মহত্ত্ব কোনখিনিত। এই কথা বিচাৰ কৰিবলৈ হলে আমি পদ্মনাথ গোহাঞি বৰুৱাৰ উক্তিটো স্মৰণ কৰিব লাগিব—

"হেমৰ কোষেৰে ওখ দোল বান্ধি,
ভাষাক সাৰথি ধৰি,
সুমাৰ লগীয়া অসমীয়া নাম
ৰাখিলে জিলিকা কৰি।"

হেমচন্দ্ৰৰ ব্যাকৰণ আৰু অভিধানেই আধুনিক অসমীয়া ভাষাত গড় বান্ধি দিলে। তেওঁৰ 'অসমীয়া ব্যাকৰণ'খনেই অসমীয়া ভাষাৰ লেখা প্ৰথম ব্যাকৰণ। এই ব্যাকৰণ ১৭৮১ শকত শিৱসাগৰৰ আমেৰিকান বেপ্‌টিষ্ট মিছন সমাজৰ ছপাখানাৰ পৰা ওলায়। তেওঁৰ পূৰ্ব্বে ইংৰাজী ভাষাত ৰচিত অসমীয়া ভাষাৰ

ব্যাকৰণসমূহ হ'ল—উইলিয়াম ৰবিনচন বিৰচিত আৰু শ্ৰীৰাম-পুৰৰপৰা প্ৰকাশিত গ্ৰামাৰ 'অব ডি আচামিজ লেঙ্গুৱেজ' (১৮৩৯) আৰু ডঃ নেথন ব্ৰাউন (১৮০৭-১৮৮৬) বিৰচিত আৰু আমেৰিকান বেপ্‌টিষ্ট মিছন প্ৰেছৰপৰা প্ৰকাশিত 'গ্ৰেমেটিকল্‌ নটিচেচ্‌ অন্ ডি আচামিজ লেঙ্গুৱেজ্‌' (১৮৪৮) (ক)। ডঃ ব্ৰাউনে উক্ত পুথিৰ পাতনিত কৈছে, "অসমীয়া আৰু বঙলা উভয় ভাষাতে ব্যৱহৃত হোৱা ইমানবোৰ শব্দ দেখি আৰু একে নাক সংস্কৃতৰপৰা অহা দুই ভাষাৰ তেনে মিল যে হ'বই এই কথা বিবেচনা নকৰি স্থানীয় উপভাষাবে বুজিব নোৱাৰাকৈ খিচিৰি হোৱা বঙলাৰে টা কহা অৱস্থাই বৰ্তমান অসমীয়া ভাষা বুলি ততাতৈয়াকৈ থিৰ কৰা হৈছে। অসমীয়াক বৰ্ত্তমান বঙলা ভাষাৰপৰা ওলো-ৱা বোলা কথাষাৰ প্ৰকৃততে খাপ নোখোৱা কথা। মুছলমান আক্ৰমণৰ পূৰ্ব্বে অসমলৈ বঙালী অহা নাছিল, সেই সময়তে এই ভাষা বৰ্তমান গঢ়ত সুপ্ৰতিষ্ঠিত আছিল। সৌন্দৰ্য্য আৰু কোমলতাত অসমীয়া ভাষা বঙলাৰ বহুত ওপৰত"। (খ)

হেমচন্দ্ৰই মাতৃভাষাত ব্যাকৰণ ৰচনা কৰি অসমীয়া ভাষাৰ স্বতন্ত্ৰতা উজ্জ্বল ৰূপত দাঙি ধৰি ব্ৰাউনৰ অকাট্য যুক্তিকে প্ৰতিপন্ন কৰিলে।

---

ক. 'পি এইচ. মুৰ' সম্পাদিত আৰু নগাও আমেৰিকান বেপ্‌-টিষ্ট মিছনৰ প্ৰকাশিত (১৮৯৩, ৩য় তাঙৰণ) এই পুথিৰ নাম গ্ৰেমেটিকেল নট্‌চ অন্ ডি আচামিজ লেঙ্গুৱেজ।

খ. ভূমিকা পৃঃ ৯, ১০ (তৃতীয় তাঙৰণ)

**For beauty softness, the Assamese language is much superior to the Bengali (Introgution Grammatical Notes the Assamese language N Brown)** ৩য় তাঙৰণ।

# “অসমীয়া ব্যাকৰণ”

হেমচন্দ্ৰই পঢ়াশলীয়া অভিধানৰ পাতনিত লিখিছে, “ভাষা শিকিবৰ ঘাই উপায় ব্যাকৰণ আৰু অভিধান, ইয়াক সকলোৱে জানে। কিন্তু যদিও অসম দেশত অসমীয়া ভাষা বহুকালৰ আগৰপৰা চলি আহিছে, তথাপি এই দেশৰ কোনো-লোকৰ দ্বাৰা তাৰ ব্যাকৰণ বা অভিধান ৰচিত হোৱা নাছিল। পূৰ্ব্বকালত হিন্দুবিলাক সংস্কৃতক আদৰ আৰু দেশী ভাষাক হেয় কৰাই ইয়াৰ কাৰণ। পাচে অসম দেশ ইংৰাজ জাতিৰ হস্তগত হলতো দেশধিকাৰসকলৰ ভ্ৰমত বঙ্গালী ভাষা অসমীয়াৰ মাতৃভাষাৰূপে পৰিগণিত হোৱা হেতু অসমীয়া ভাষাই ৰাজসভা আৰু পঢ়াশালিত সোমাবৰ অধিকাৰ নেপালে।…

১৭৮১ শকত এই লেখকে এখনি ব্যাকৰণ ৰচনা কৰাত আমেৰিকাৰ মিশ্যনেৰিবিলাকে তাক ছপাই প্ৰকাশ কৰে” (হেমকোষ, প্ৰথম তাঙৰণ, ১৯০০ চন)।

‘অসমীয়া ব্যাকৰণ’ৰ দ্বিতীয় তাঙৰণৰ (১৭৯৫ শক, ৩ ভাদ) পাতনিত হেমচন্দ্ৰ বৰুৱাই লিখিছে, “এই ব্যাকৰণ প্ৰথমে ১৭৮১ শকত ছপোৱা হৈছিল। অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাৰ সেয়ে প্ৰথম উদ্যোগ, এতেকে সেই পুথিত, ভালেমান অশুদ্ধ আছিল। যদিও পুথি প্ৰকাশিত হোৱাৰ অলপ দিনৰ পাচতে সেই অশুদ্ধবিলাক লেখকৰ চকুত পৰিছিল তথাপি তেতিয়া অসমীয়া ভাষাক বঙ্গালীৰ বিকৃত বুলি অনেকে তাক হেলা কৰাত এই ব্যাকৰণ শুদ্ধ কৰি আকৌ ছপাবৰ অৱেশ্যক দেখা নগল। এতিয়া ভাগ্যৰ গুণে বঙ্গদেশৰ ছুৱলীয়া গৰাকী স্যাৰ জৰ্জ কেম্বেল চাহাবৰ

অনুগ্ৰহত অসমীয়া ভাষা এই দেশৰ পঢ়াশালি আৰু ৰাজ-প্ৰভাৱ কাৰ্য্যত চলিত হোৱাত তাৰ এখানি ভাল ব্যাকৰণ বৰ প্ৰয়োজন হৈছে ; এতেকে ইয়াক পুনৰায় প্ৰকাশিত কৰা গল।... সংক্ষেপকৈ একেবাৰেই ন-কৈ লিখা হৈছে বোলা উচিত" (অ. ব্যা., একাদশ তাঙৰণ, ১৮৪২ শক)।

লেখকৰ এই উক্তিৰপৰা অনুমান কৰিব পাৰি যে অসমীয়া ব্যাকৰণৰ প্ৰথম তাঙৰণক নতুনকৈ লিখা হৈছে।

হেমচন্দ্ৰই এই পুথিৰ পাতনিত অসমীয়া ব্যাকৰণ ৰচনা প্ৰসঙ্গত এটা তাৎপৰ্য্যপূৰ্ণ কথা কৈছে, "অসমীয়া ভাষাৰ এতিয়া যেনে অৱস্থা আছে, তাৰ উপযোগী কৰি এই ব্যাকৰণ ৰচনা কৰা গৈছে ; এতেকে সেই ভাষাৰ উন্নতি হলে, ইয়াকো অৱশ্যে লৰাব লাগিব"। ব্যাকৰণৰ শেহৰ অধ্যায়টি অসমীয়া ভাষা। হেমচন্দ্ৰই কোনো বিদ্যালয়ৰ শিক্ষা নোহোৱাকৈ নিজৰ মেধা আৰু প্ৰতিভাৰ বলত ইংৰাজী, সংস্কৃত আৰু বঙলা ভাষা আয়ত্ত কৰাৰ উপৰি তেওঁ স্বতন্ত্ৰীয়াভাৱে ব্যাপক আৰু গভীৰ অধ্যয়নৰ দ্বাৰা অসমীয়া ভাষাক বিশ্লেষণ কৰি তাৰ বৈশিষ্ট্য আলোচনা কৰে। তেওঁ পুথিৰ কৰাপাতত লিখিছে, "মুনীনাঞ্চ মতিভ্ৰমঃ।"

তেওঁৰ অসমীয়া ব্যাকৰণৰ আৰ্হি সংস্কৃত ব্যাকৰণ। ঠায়ে ঠায়ে সংস্কৃত ব্যাকৰণৰ সূত্ৰসমূহৰ উদ্ধৃতিও দিছে। অসমীয়া ভাষাত বৰ্ণবিন্যাস উচ্চাৰণ অনুসৰি হয় বোলা ডঃ মাইনচ ব্ৰনচনৰ যুক্তি খণ্ডন কৰি তেওঁ কৈছে, "ব্ৰনচনৰ অসমীয়া বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো যি যেনে হ'ব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰপৰা একো উপকাৰ হোৱা নাই আৰু নহয়ো" (পৃঃ ৯১)৭। সেই-কাৰণে হেমচন্দ্ৰই বৰ্ণবিন্যাসৰ 'নিয়ম ৰাখি' আখৰ-জোঁটনিৰ

শৃঙ্খলা লগালে। তেওঁ অসমীয়া ব্যাকৰণৰ পৰিশিষ্ট আৰু পঢ়াশলীয়া অভিধানৰ আৰম্ভণিত সেই নিয়মবিলাক লিপিবদ্ধ কৰিছে। তেওঁ বৰ্ণবিন্যাস প্ৰসঙ্গত কৈছে, "আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায়—প্ৰথমে উচ্চাৰণ অনুসৰি দ্বিতীয়তে শব্দৰ মূলৰ দৰে, তৃতীয়ত জনা লোকসকলে বহুদিন চলোৱা নিয়মমতে। কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণেই ঘাই বাট দেখাওঁতা। এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ লৰে, তেনেহলে তাৰ মূললৈ নেচাই উচ্চাৰণ অনুগামী হব লাগে। এই কাৰণে সংস্কৃত 'মচুৰ' শব্দক আমাৰ উচ্চাৰণ অনুসাৰে মসুৰ * লিখা কৰ্ত্তব্য। সেইদৰেই সং প্ৰৱীণ অং প্ৰৱীণ, সং ৱৰ্ত্তি, অং বৰ্ত্তি, সং ৱৰ্ণবিন্যাস, অং বৰ্ণবিন্যাস, সং বেদ, অং বেদ, বং সাজনা, অং চাজনা; হিং আৰ্সী, অং আৰ্চী ইত্যাদি। ফাৰ্চী আদি বিদেশী ভাষাৰ শব্দক আমাৰ উচ্চাৰণৰ দৰে লিখা উচিত; যেনে, চাহাব, বৃটিচ, কচিয়া ইত্যাদি।

মূল শব্দৰ যি আখৰ ৰাখিলে অসমীয়া শব্দৰ উচ্চাৰণৰ ব্যতিক্ৰম নহয়, তাক মূলৰ দৰে লিখিব লাগে; যেনে, সংকৰ্ণ অং কাণ; সং ছাত্ৰ. অং ছাতৰ; সং ষোড়শ, অং ষোল; সং সপ্ত, অং সাত; ইত্যাদি। অনেক দিন চলি থকা নিয়ম— ভৰি (চৰণ), গোটেই গাৰ ভৰ ইয়াত আছে, এই ভাৱত তাৰ সেই নাম হৈছে; এতেকে তাক ভৰি ভৰী লিখা উচিত; কিন্তু 'ভাৰ' এইদৰে লিখা ৰীতি বহুদিন চলি আছে, আৰু সেইৰূপে লিখাৰপৰা উচ্চাৰণ নলৰে। এই কাৰণ তাৰ বৰ্ণ-বিন্যাসৰ পৰিবৰ্ত্তন অনাবশ্যক, আৰু বাঞ্ছনীয় নহয়। এই বিধৰ আৰু কিছু শব্দ আছে" (অ. ব্যা., পৃঃ /.—৷.)। এইদৰে 'হেমচন্দ্ৰৰ ব্যাকৰণত আখৰ জোঁটনিৰ যি নীতি নিৰ্ধাৰণ কৰা হৈছে, সেই নীতি যি কোনো ভাষা বৈজ্ঞানিক দৃষ্টিৰ পৰা

বিশ্লেষণ কৰিলে শুদ্ধ বুলি প্ৰমাণিত হয়। এতিয়ালৈকে এই নিৰ্দ্দিষ্ট আখৰ-জোটণিৰ বিকল্প নিয়ম কোনোৱে দিব পৰা নাই।

অসমীয়া ব্যাকৰণেই অসমীয়া ভাষাৰ ‘ব্যাকৰণৰ পৰিভাষা স্থিৰ কৰে’। ইয়াৰ পৰিশিষ্টত থকা ‘উচ্চাৰণ সম্বন্ধীয় কথাখিনি প্ৰমাণবাৰৰ বাবে ইয়াত দেখা পোৱা এক সঁইখিনি এতিয়ালৈকে অপ্ৰতিদ্বন্দ্বী হৈ আছে।

অসমীয়া ভাষাৰ সমাস, তদ্ধিত প্ৰকৰণ, কৃৎপ্ৰত্যয়, কৃদন্ত কথা, বাক্যবিন্যাস প্ৰকৰণ, ধাতু আৰু ক্ৰিয়া প্ৰকৰণ, লক্ষণ, ছন্দ (পদ্য), আদিৰ ‘আলোচনা এই ব্যাকৰণত প্ৰথমবাৰৰ কাৰণে পোৱা যায়’। অসমীয়া ভাষা শীৰ্ষক আলোচনাও (পৃঃ ১৮৬) ‘ভাষা-বিশ্লেষণৰ প্ৰত্যক্ষ ফল’। অসমীয়া ব্যাকৰণৰ ‘কাল বিভাজন আজিলৈকে অপ্ৰতিদ্বন্দ্বী হৈ আছে। যদিও সত্যনাথ বৰা, গণপতি ভূঞা আদিয়ে এই বিভাজনৰ বিপক্ষে আপত্তি কৰিছিল, শেহত তেওঁলোকেও বিকল্প দিব নোৱাৰি মানি লৈছে’।

“সংস্কৃত ব্যাকৰণৰ আহিত লিখা বুলি কোনো কোনো পণ্ডিতে সমালোচনা কৰিলেও অসমীয়া ভাষাৰ যথাৰ্থ বিশ্লেষণ কৰি এই ব্যাকৰণ লিখা হৈছে কাৰণে ইয়াৰ কোনো এটা নিয়মকে উদাহৰণ নিদিয়াকৈ লিখা হোৱা নাই আৰু প্ৰতিটো উদাহৰণেই কথিত ভাষাৰপৰা লোৱা। আমাৰ সমালোচকসকলে ইংৰাজী ব্যাকৰণৰ সহায় লৈও এই ব্যাকৰণৰ এটা নিয়মকো আজিলৈকে লৰচৰ কৰিব পৰা নাই” (অধ্যাপক শ্ৰীবিশ্বেশ্বৰ হাজৰিকা)।

---

* এই কথা মনত ৰাখিব লাগে যে যদিও আমি সংস্কৃত পুথি পঢ়োঁতে সেই ভাষাৰ নিয়ম মতে শ, স, ষ, এই কেইটা আখৰক চ উচ্চাৰণ কৰোঁ, তথাপি অসমীয়াত চলিত সংস্কৃত শব্দত সিইতৰ উচ্চাৰণ অসমীয়া—হে. ব.

মুঠৰ ওপৰত হেমচন্দ্ৰৰ 'অসমীয়া ব্যাকৰণ এখন যথাৰ্থ ব্যাকৰণ'। ইয়াৰ ঐতিহাসিক মূল্যও আছে, আৰু এইখনেই একালত অসমীয়া ভাষা-ৰণৰ কৱচ স্বৰূপ আছিল।

—×—

# অসমীয়া ভাষাৰ অভিধানৰ কথা

হেমচন্দ্ৰৰ পূৰ্ব্বে প্ৰথম অসমীয়া ভাষাতত্ত্ববিদ যাদুৰাম ডেকা-বৰুৱাই (১৮০১-৬৯ খ্ৰীঃ) ১৮৩৯ চনত বঙলা-অসমীয়া শব্দকোষ এখন প্ৰণয়ন কৰি কৰ্ণেল জেন্‌কিনচক উপহাৰ দিয়ে, আৰু জেন্‌কিনচে সেইখনকে শিৱসাগৰৰ আমেৰিকান্ বেপটিষ্ট সমাজক অৰ্পন কৰে। এইখনকে গঁৰিলা লৈ * ডক্টৰ মাইলচ্ ব্ৰন্সনে অসমীয়া অভিধান ৰচনা কৰে আৰু এই অভিধানখন ১৮৬৭ চনত প্ৰকাশিত হয়। এইখনেই অসমীয়া ভাষাৰ প্ৰথম অভিধান।

ব্ৰন্সনে যাদুৰাম ডেকাবৰুৱাৰ আখৰ জোঁটনি নীতিকে অনুসৰণ কৰিছিল। ব্ৰন্সনৰ মতে উচ্চাৰণ অনুসাৰে লেখা উচিত। তেওঁ শ, ষ, স; চ, ছ, জ, ঝ—এনে একে উচ্চাৰণৰ আখৰবিলাকৰ ভিতৰৰ একেটা মাথোন আখৰ ব্যৱহাৰ কৰিছিল। তেওঁৰ অভিধানত আছে—"শ, ষ, স, এই তিনি আখৰৰ উচ্চাৰণ অসমীয়া ভাসাত একে হোআত কেৱল স ৰখাৰ প্ৰয়োজন। ষ, স অন্য ব্যঞ্জনৰ লগত যোগ হলে চ ৰূপে উচাৰিত হই; জেনে দৰ্সন আদি। মৰা দেহা, পাঁচ কুৰি..." (পৃঃ ৫০৬)।

ব্ৰন্সনৰ অভিধানখন শিৱসাগৰৰ মিছন প্ৰেছত মুদ্ৰিত হৈছিল; আঠশ কিতাপ ছপোৱা হৈছিল। নগাৰত থাকোতে তেওঁ

*"The system of orthography adopted on this work, is that of Jaduram Barua, a learned Assamese Pundit, which it is believed, much better corresponds with the actual pronunciation of the people than any other system met with (See 'Introduction to Barua's Gramatical Notices' Page IX)"........—M. Brown.

অভিধানখন প্ৰণয়ন কৰে। এই অভিধানৰ শব্দসংখ্যা প্ৰায় চৈধ্যহাজাৰ।

হেমচন্দ্ৰই মিছনেৰীসকলৰ বৰ্ণবিন্যাস প্ৰণালী যে সমৰ্থন কৰা নাছিল এই কথা ওপৰত কৈ অহা হৈছে। তেওঁ এই বিষয়ে পঢ়াশলীয়া অভিধানৰ পাতনিত লিখে, "· আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও গোটেই মিছা কোৱা নহয়, কিয়নো যদিও শিবসাগৰৰ মিস্যনেৰিবিলাকে এই ভাষাৰ এখনি অভিধান যুগুত কৰিবলৈ বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰি ব্ৰন্সন চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অৰ্থৰ কথাতো সি যেনে হব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰ পৰা একো উপকাৰ হোৱা নাই, আৰু নহয়ো। এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্ত্তমান লেখকে 'হেমকোষ' নাম দি এখান ডাঙৰ অভিধান যুগুত কৰে। তাত—নিশ্চয় কৰিব পৰা যায় মানে—প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতিশব্দ বা ব্যাখ্যাৰ পাচত ইংৰাজী অৰ্থ দিয়া গৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায় ব্যৱহৃত ভাবুক খণ্ড-বাক্য (idiomatical phrases) সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ কব লাগিলে ওৱেবষ্টৰৰ (ক) ইংৰাজী অভিধান তাৰ আৰ্হি; আৰু

---

ক. নোৱা ওৱেবষ্টৰ (১৭৫৮-১৮৪৩ খ্ৰীঃ) আমেৰিকাৰ অভিধান প্ৰণেতা আৰু সাংবাদিক। তেওঁ ১৭৮৩-৮৫ চনৰ ভিতৰত তিনিটা ভাগত (বৰ্ণ পৰিচয় পুথি, ব্যাকৰণ আৰু পাঠ্যপুথি) ইংৰাজী ভাষাৰ গ্ৰেমেটিকেল ইনষ্টিটিউট (Gramatical Institute) প্ৰকাশ কৰে। ১৮০৬ চনত এ কম-

সেই পুথিকে চানেকি কৰি তাক লিখা হৈছে। কিন্তু সি ইমান ভাজৰ হৈ পৰিল যে ৰবিঞ্চন ক্রুচোৰ (খ) নামৰ দৰে তাক অকলৈ লবোৱা অসম্ভৱ হ'ল"।

হেমচন্দ্ৰই যেন ওৱেবষ্টৰক আহিঁ স্বৰূপে লৈছে। তেওঁ ব্যাকৰণ, অভিধান আৰু আদিপাঠ ৰচনা কৰি ওৱেবষ্টৰৰ নিচিনাকৈ ভাষা-সাহিত্যৰ পৰিপুষ্টি সাধনত ইন্ধন যোগায়। হেমচন্দ্ৰৰ অভিধানো তিনিখঃ—হেমকোষ, সংক্ষিপ্ত হেমকোষ আৰু পঢ়াশলীয়া অভিধান।

---

পেন্‌দিয়াচ ডিক্‌শনেৰি অব্ ডি ইংলিচ লেঙ্গুৱেজ' আৰু ১৮০৭ চনত 'এ ফিল'চফিকেল এণ্ড গ্ৰামাৰ অব্ ডি ইংলিচ লেঙ্গুৱেজ' ওলায়। তেওঁ ১৮০৮ চনত বৃহৎ অভিধান এখনত কাম আৰম্ভ কৰে। ১৮২৮ চনত দুই খণ্ডত 'ডি আমেৰিকান্ ডিক্‌শনেৰি' প্ৰকাশ হয়। ইয়াৰ ইংৰাজী ভাঙৰণো সোনকালে ওলায়। ইয়াত বাৰহেজাৰ শব্দ আৰু ত্ৰিশহাজাৰৰ পৰা চল্লিশহাজাৰ সূত্ৰ আছে। ওৱেবষ্টৰৰ মৃত্যুৰ পিছত জৰ্জ আৰু চাৰ্লচ মেৰিয়েমে উক্ত অভিধানৰ স্বত্ব কিনি লয়। ১৯৭৬ চনত ওৱেবষ্টৰৰ অভিধান (Webster's Third New International Dictionary with Seven Language Dictionary). প্ৰকাশ হয়।

খ. ডেনিয়েল ডিফোই (১৬৬১-১৭৩১ খ্ৰীঃ) ইংৰাজী সাহিত্যত উপন্যাসৰ সূচনা কৰে। তেওঁৰ ৰবিঞ্চন্ ক্রুচো (১৭১৯) এখন বিখ্যাত পুথি। ক্রুচোক সাহসপূৰ্ণ কাহিনী উপন্যাসৰ দৰে মূল্যৱান।

# হেমকোষ

'অসমীয়া হেমকোষ' হেমচন্দ্ৰৰ অক্ষয় কীৰ্ত্তি। ই তেওঁৰ জীৱন-জোৰা পৰিশ্ৰমৰ ফল। হেমকোষ 'অসমীয়া ভাষাৰ শব্দ-বিলাকৰ মূলযুক্ত ডাঙৰ অভিধান (Hema Kosha or An Etymological Dictionary of the Assamese Language)। ইয়াৰ বেটীপাতৰ সংস্কৃত বাক্যটোও—পূৰ্ব্বৰদোষমুৎসৃজ্য গুণং গৃহ্লান্তি সাধৱঃ—অৰ্থব্যঞ্জক। এই পুথি গ্ৰন্থকৰ্ত্তাৰ মৃত্যুৰ পিচত ১৯০০ চনত কিদৰে প্ৰকাশ হল সেই বিষয়ে যথাস্থানত কোৱা হব।

তেওঁ এই অভিধান প্ৰণয়ন কৰোতে অশেষ শ্ৰম কৰিব লগা হয়। "তেওঁ অভিধানখন ২ টা কি ৩ টা ডাঙৰ বহীত লিখিছিল। বহীকেইটা দীঘলে-পুতলে ফুলস্কেপ কাগজৰ সমান আছিল। আগৰ দিনত ফুলস্কেপ কাগজৰ সমান এবিধ নিচেই পাতল কাগজ আছিল, মানুহে তাক শ্ৰীৰামপুৰীয়া কাগজ বুলিছিল। অভিধান লিখা বহীকেইটা এই কাগজৰ আছিল। তেওঁ ঘৰৰ যি কোঠালিত বহি লেখা-পঢ়া কৰিছিল অভিধানৰ বহীকেইটা সদায় সেই খোটালিৰ মেজত ৰাখিছিল আৰু যেতিয়াই কোনো এটা কথা তেওঁৰ মনত পৰিছিল তত্তালিকে তাক সেই বহীত লিখিছিল। এই লিখকক (পণ্ডিত হেমচন্দ্ৰ গোস্বামী—লেখক) তেওঁ এদিন কৈছিল যে তেওঁ ৰাতি সাৰপাওঁতে কোনো কথা মনত পৰিলেও তেওঁ তেতিয়াই পাটীৰপৰা উঠি তাক বহীত লিখিছিল। আন কি অফিচত কাম কৰি থাকোঁতে কোনো কথা মনত পৰিলে, তেতিয়াই তাৰ টোকা ৰাখি, ঘৰলৈ উভতি গৈ প্ৰথমে তাকেহে বহীত লিখিবলৈ গৈছিল। এইদৰে থাওঁতে

শোওঁতে, উঠোঁতে, বহোঁতে, কথা পাতোঁতে অ'ক অফিচৰ কাম কৰোঁতে, সকলো সময়তে, হেমকোষেই তেওঁৰ ধ্যানৰ বস্তু আছিল; হেমকোষেই তেওঁৰ দিনত চিন্তাৰ বিষয় আৰু ৰাতি সপোনৰ বিষয় আছিল। তেওঁ অভিধানৰ প্ৰত্যেকটো শব্দক কতবাৰ লিখিছিল আৰু কতবাৰ কাটিছিল তাৰ ঠিক নাই; লিখি এঁতাই ভাল নেলাগিলেই আকৌ তাক কাটি ন-কৈ লিখিছিল; এইদৰে কটাবটি কৰোঁতে বহীৰ পাতবিলাকত লিখিবলৈ ঠাই নাইকিয়া হোৱাত আগৰ কটাৰ ওপৰত আকৌ কাকতৰ তাপলি লগাই লিখিছিল।

"এইদৰে বহুত দিনৰ পৰা লিখোঁতে লিখোঁতে বহী কেইটা দেখাত একেবাৰেই জুকলা হৈছিল। এই লিখকে বহীকেইটাৰ এনে অৱস্থা দেখি এবাৰ বৰুৱা ডাঙৰীয়াক বহীকেইটা নকল কৰাই লবলৈ দিহা দিছিল কিন্তু তেওঁ তেনেকৈ নকল কৰিবলৈ সাহ নকৰিলে; কিয়নো যেয়ে সেয়ে তেওঁৰ এই কাট্‌কুটবিলাক ভালকৈ পঢ়ি শুদ্ধকৈ নকল কৰিব পাৰিব বুলি তেওঁ বিশ্বাস নকৰিছিল আৰু এজনে অশুদ্ধকৈ নকল কৰিলে, তাক আকৌ শুদ্ধ কৰিবৰ নিমিত্তে তেওঁৰ গাত বল নাছিল। বহুত দিনৰ পৰা তেওঁৰ আঠুৰ আৰু হাত-ভৰিৰ গাঠিত বাত-বিষ হোৱাত তেওঁ বৰ কষ্ট পাইছিল, সেইগুণে তেওঁ প্ৰায় ঘৰৰপৰা বাজেই নহৈছিল। তেওঁৰ জীৱনৰ শেহ ভাগত বছৰেকৰ ভিতৰত এদিন অৰ্থাৎ বিজয়া দশমীৰ দিনা মাথোন বাটত ফুৰিবলৈ ওলাইছিল; নহলে সদায় ঘৰতে থাকি পঢ়িছিল বা লিখিছিল। তেওঁক এনেই বহি থকা কোনেও কেতিয়াও দেখা নাই" (পৃঃ ৬৩২-৩৩)২।

আনহাতে পদ্মনাথ গোহাঞি বৰুৱাই তেওঁৰ হেমচন্দ্ৰৰ সৈতে

হোৱা সাক্ষাতৰ বিৱৰণৰ পৰা হেমকোষৰ পাণ্ডুলিপিৰ আভাস পাব পাৰি। তেওঁ হেমকোষ'খন চাবলৈ ইচ্ছা প্ৰকাশ কৰাত "তেখেতে মোৰ অনুৰোধ ৰক্ষা কৰিবলৈ বুলি তত্তালিকে উঠি গৈ ভিতৰৰ পৰা প্ৰকাণ্ড হাতে লিখা 'হেমকোষ' অভিধান বহীখন বুকুত সাৱটি ধৰি হেপোৰ-টেপোৰকৈ লৈ আহি মোৰ আগত মেজত থলে। দেখামাত্ৰকে মই সেই হাতে লিখা প্ৰকাণ্ড গ্ৰন্থৰ কৰ্ত্তাজনৰ প্ৰতি মোৰ ভক্তি কৃতজ্ঞতাৰে উদ্‌গীৰণ অন্তৰত উপচি পৰিল। মই হৰ্ষ-বিহ্বল হৈ মাতি উঠিলোঁ; 'এয়ে নেকি আমাৰ হেঁপাহৰ সেই অসমীয়া অভিধান!' তেখেতে গদ্‌গদ্ হৈ সমিধান দিলে, 'হয়, এয়ে মই অপুত্ৰকৰ পুত্ৰ, তোমালোকৰ অসমীয়া অভিধান তোমালোকলৈকে দি যাওঁ। পিচে, এই ভাগেই ই ভেঁকুৰিব লগীয়া হয়গৈ নে কি কৰ নোৱাৰিছোঁ। এথোন, মই জীয়াই থকাৰ কালত কিন্তু ই পোহৰলৈ ওলোৱাৰ সম্ভাৱনা দেখা নাই'। তেখেতৰ আক্ষেপসূচক কথাষাৰে মোৰ হিয়াত বৰকৈ বিন্ধিলে, কিন্তু আন্তৰিক উদ্বিগ্নতা হেতুকে তাত বৰকৈ মন দি থব নোৱাৰি লৰালৰিকৈ গ্ৰন্থখনি লুটিয়াই-মেলি এফাঁলপতিয়াকৈ চাবলৈ ধৰিলোঁ।...দেখিলোঁ সেই প্ৰকাণ্ড গ্ৰন্থখন পাতে পতি চাৰি-পাঁচখনকৈ লগোৱা অনেক স্লিপ' (Slip) বা চুটী কাকতেৰে ঠাহ খোৱা। ওপৰে ওপৰে হলেও, হেপাহ পলুৱাই অভিধানখন লুটিয়াই চাবলৈ গলে নিচেই চমুকৈয়ো দিন-দহেকৰ নেৰা-নেপেৰা কাম।...গুৰুদেৱক প্ৰশ্ন কৰিলোঁ, 'পিচে এই প্ৰলিখাই লিখা নে, অভিধানখন নকল কৰোৱা হব?' তেখেতে হাঁহি হাঁহি অভিধান দিলে; নকল কৰিব পৰা হলে কৰিলোঁহেঁতেন, কিন্তু নকল কৰোৱাৰ সপক্ষে মই নহওঁ।' আমাৰ ধৰ্ম্মকৰ্মীয়া গোসাঁইদেৱে (গৌহাটি-নিৱাসী ধৰ্ম্মৰ বন্ধু বসন্তকুমাৰ গোস্বামী

—লেখক), "কিয় ?" প্ৰশ্নোত্তৰ হ'ল, 'আনে নকল কৰাত নিৰ্ভৰ কৰিব নোৱাৰি; কিয়নো ই আন পুথি নহয়, অভিধান। অভিধানত বৰ্ণবিন্যাস আৰু আখৰ-জোঁটনি এই দুটা মাই বস্তু; ইয়াত হেৰ-ফেৰ ঘটিলেই গোটেই মিছা হব। ইও সেই ব্ৰজন অভিধানৰ অন্যতম তাণ্ডৰণৰ তুল্য হব। গতিকে আনৰ হাতক মই পতিয়াব নোৱাৰোঁ। এতেকে এই জীৱনত সেই কৰ্ম্ম নহবগৈ বুলি ধৰিবা ত্যাক অকল এইখনেই নহয়; আৰু এখণ্ড এই হাতেৰেই যুগুতকৈ থোৱা আছে।' এই বুলি ঘপহ কৰে উঠি আলমিৰিকৈ ভিতৰ খোঁটালিলৈ সোমাই গৈ 'সংক্ষিপ্ত হেমকোষ' নামেৰে পঢ়াশলীয়া অভিধানখন আনি ওজাদেৱে মোৰ আগত থলেহি।...কন্তেকমানৰ মূৰত মাথোন ইয়াকে সুধিলোঁ, 'কোনখন আগ ?' উত্তৰ আছিল ডাকৰখনত আৰম্ভণ, সকখন তাৰে টোকা মাথোন" (পৃঃ ৪১-৪২)১৪। সম্ভৱ এই সকখনেই পঢ়াশলীয়া অভিধান।

হেমচন্দ্ৰৰ জীৱদ্দশাত হেমকোষ প্ৰকাশ নোহোৱাৰ কাৰণে কোনো কোনোৱে তেওঁক কৃপণ বুলিব খোজে। কনকলাল বৰুৱা কৈছে যে 'বাস্তৱিক' কৃপণ আছিল কিয়নো তেওঁ সাঁচ-তীয়া ধনেৰে হেমকোষ 'ছপা কৰি উলিয়াব পাৰিলেহেঁতেন,। কিন্তু ধন থাকিলেও শাৰীৰিক অসুস্থতাৰ কাৰণেহে হেমকোষ প্ৰকাশ সম্ভৱ হৈ নুঠিল। হেমচন্দ্ৰ গোস্বামীৰ কথাৰে কব পাৰি —"তেওঁ ভাবিছিল যে তেওঁ নিজে কলিকতালৈ গৈ তাতে থাকি কিতাপখন ছপা কৰাব আৰু নিজে প্ৰুফ সংশোধন কৰিব। তেওঁ যেই-সেই লেখা সম্বন্ধে বৰ্ণাশুদ্ধিৰ দোষ বৰকৈ ধৰিছিল আৰু একাৰ এই প্ৰৱন্ধ লিখকলৈ সেই কিয়ে এইদৰে

লিখিছিল, 'One mistake in a sentence is sufficient to knockout the brain of the whole sentence. তেওঁৰ বিষ যেমাৰ ক্ৰমে বেছি হৈ অহাত তেওঁৰ পক্ষে কলি-কতালৈ যোৱা অসম্ভৱ হৈ উঠিল। এনেকুৱা কেইবাটাও কাৰণত তেওঁ জীয়াই থকা কালত আৰু 'হেমকোষ' ছপা হৈ ওলাব নোৱাৰিলে" (পৃঃ ৪৩৩-৩৪)২।

পদ্মনাথ গোহাঞিবৰুৱাই তেওঁৰ বন্ধু বসন্তকুমাৰ গোস্বামীৰ সৈতে সাক্ষাৎ কৰোঁতে কথা-প্ৰসঙ্গত হেমচন্দ্ৰই কৈছিল, "ডাঙৰ-থন বৰ ডাঙৰ হল।...সি ইমান ডাঙৰ হৈ পৰিল যে...তাক অকলৈ লবোৱা অসম্ভৱ হল। আমাৰ অকল ধন নাই এনে নহয়, ছপাযন্ত্ৰও নথকাৰ নিচিনা। যৎসৰ্ব্বস্ব ভাঙ্গি তাক কলি-কতাত ছপালেও আজিকালি আমাৰ দেশীলোকসকলৰ নিজ ভাষালৈ যিহে আদৰ, তালৈ চাই উচিত মূল্য দি তাক কিনোতা যে সৰহ ওলাব, এনে আশা কৰিব নোৱাৰি। এইবিলাক কাৰণতে সি আজিলৈকে পোহৰ দেখা নাই, ভিতৰতে ভেঁকুৰিছে" (পৃঃ৪২)১৪।

হেমকোষ ছপা নোহোৱা দেখি 'জোনাকী' কাকতে "অলপ ধেমেলীয়াভাৱে উল্লেখ কৰিছিল যে, হেমকোষ কিজানি চিৰকাল জগন্নাথৰ মূৰ্ত্তিৰ দৰেই থাকিব। এই কথাত বৰুৱা ডাঙৰীয়াৰ ইমান তমোময় খং উঠিছিল যে, জোনাকীৰ সম্পাদকক আগত নেপাই জোনাকী কাকতৰ সেই সংখ্যাৰ ওপৰতে খঙৰে

পোটক তুলিছিল (ক)। এনে সামান্য কথা এটাত তেওঁৰ নিচিনা গহীন মানুহ একনৰ এনেং খং উঠা দেখি এই প্ৰবন্ধ-লিখক আচৰিত হৈছিল আৰু পেটে পেটে হাঁহি সামৰিব নোৱাৰিছিল” (পৃঃ ৪৩৪)২।

ইয়াৰ পিছত পঢ়াশলীয়া অভিধান প্ৰকাশৰ যো-জ' কৰাত কলিকতাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাই জোনাকীত (১৮১৬ শক) লিখে, “শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা ডাঙ্গৰীয়াৰ পঢ়াশ-লীয়া অভিধানখনি ছাপিবৰ নিমিত্তে যত্ন কৰা দেখি আমাৰ সভাই বিশেষ আনন্দ পাইছে। কিন্তু বৰখনি ছপা কৰিবলৈ ধৰা হলেও এই সভাই কাৰ্যসিদ্ধি কৰিব পাৰিলেহেঁতেন, এতেকে যে বিশেষ লাগতিয়াল তাক লেখা বাহুল্য মাথোন” (পৃঃ ১১৪)৭।

---

ক. “হেমচন্দ্ৰ বৰুৱাৰ অভিধানখন যাতে সোনকালে প্ৰকাশিত হয় তাৰ বাবে মন মেলিলোঁ। হেমচন্দ্ৰ গোস্বামী আৰু কনকলাল বৰুৱাই হেমচন্দ্ৰ বৰুৱালৈ বহুত লিখালিখি কৰাতো একো ফল নধৰা দেখি শ্ৰদ্ধাস্পদ লক্ষ্মীনাথ বেজ-বৰুৱাই ‘জোনাকী’ত লিখিলে বোলে, “ইমান দিনে টু-টুৱাই থাকি ডাঙ্গৰীয়া হেমচন্দ্ৰ বৰুৱাই অভিধানখন মুলি-ওৱা দেখি আমাৰ ভয় হয়, জানোচা জগন্নাথৰ মূৰ্ত্তিৰ দৰে সি আধাডুখৰীয়া হৈয়েই থাকে। বৰুৱা ডাঙ্গৰীয়াই এইমন্তব্যত অসন্তোষ প্ৰকাশ কৰি লিখিলে, ‘মই কেতিয়া টু-টু শব্দ কৰিছিলোঁ?’ সি যি কি নহওক, আমি উপায়ান্তৰ হৈ ছোৱাছোৱাকৈ অভিধানখনি ‘জোনাকী’ত প্ৰকাশ কৰিবলৈ ভাৰ ললোঁ। সেই সঙ্কল্পমতে এটা সংখ্যা কি দুটা সংখ্যা ওলাই গ'ল” (পৃঃ ১০৬)১৮

তেওঁ 'অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে আৰু অসমীয়া মানুহৰ উপকাৰৰ নিমিত্তে বুকুৰ তেজেৰে লিখাৰ নিচিনাকৈ' লেখা হেমকোষক 'অসমীয়া ৰাইজৰ হাতত নৌ দিবলৈ পাওঁতেই' তেওঁৰ বিয়োগ ঘটে।

—x—

# হেমকোষ প্ৰকাশৰ ব্যৱস্থা

হেমচন্দ্ৰৰ মৃত্যুৰ সময়ত (১৮৯৬) হেমচন্দ্ৰ গোস্বামীয়ে চাৰ এড্‌ৱাৰ্ড গেইটৰ অধীনত 'খিলঞ্জ অসমৰ ঐতিহাসিক অনুসন্ধান সম্বন্ধীয় কাৰ্য্য কৰিছিল'। গেইট অসমৰ চিফ কমিছনাৰৰ মুখ্য সচিব আছিল। গোস্বামীয়ে তেওঁক লগ ধৰি হেমচন্দ্ৰ বৰুৱাৰ গ্ৰন্থসমূহ, যাইকৈ হেমকোষৰ কথা উন্মুকিয়াই, সেইবোৰ যেনে-তেনে মতে নষ্ট নোহোৱাকৈ ৰক্ষা কৰিবলৈ অনুৰোধ কৰে। গেইটৰ নিৰ্দ্দেশমতে কামৰূপ জিলাৰ উপায়ুক্তই 'কিতাপ কেইখন তেওঁৰ জিম্মালৈ' আনিলে। এই কথা জানিব পাৰি 'আসাম' কাকতৰ (ক) সম্পাদক কালীৰাম বৰুৱাই গেইটৰ উদ্যমৰ প্ৰশংসা কৰি তেওঁৰ কাকতত লিখা এটা টোকাত চৰকাৰক হেমকোষ প্ৰকাশৰ ব্যৱস্থা লবলৈ অনুৰোধ কৰে। সেই টোকা পঢ়ি গেইটে হেমচন্দ্ৰ গোস্বামীক মতাই নি "সেই বিষয়ে পৰামৰ্শ কৰে আৰু লিখকৰ (হেমচন্দ্ৰ গোস্বামী) মুখে হেমচন্দ্ৰ বৰুৱাই এখন উইল কৰি তাত কেইজনমান উচি (খ) মকৰৰ কৰি থৈ গৈছে বুলি শুনি, লিখকক কয় যে, তেওঁ নিজে গৱৰ্ণমেণ্টক 'হেমকোষ' প্ৰকাশ কৰি উলিয়াবলৈ প্ৰস্তাৱ কৰাতকৈ হেমচন্দ্ৰ বৰুৱাৰ

---

ক. আসাম নামৰ সাপ্তাহিক কাকতখন (১৮৯৪-১৯০১) গুৱাহাটীৰ পৰা ওলায়। ইয়াত মাজে-সময়ে ইংৰাজী প্ৰবন্ধও প্ৰকাশ হৈছিল।

খ. উচি তিনিজন হ'ল দুলালচন্দ্ৰ চৌধুৰী, মাণিকচন্দ্ৰ বৰুৱা আৰু জীৱনৰাম ফুকন।

উচিবিলাক গৱৰ্ণমেণ্টক সেই বিষয়ে আবেদন কৰাটোহে ভাল কথা হব” (পৃঃ ৪৩৫)২। গোস্বামীয়ে উইল বা ইচ্ছাপত্রৰ এজন উটি দুলালচন্দ্ৰ চৌধুৰীলৈ সেই চনৰ ২ জুলাই তাৰিখে তেনে বাৱস্থা কৰিবৰ কাৰণে চিঠিৰে জনায়। চৌধুৰীয়ে হেমচন্দ্ৰৰ ভায়েক তুলসীচন্দ্ৰলৈ লিখাত তেওঁ জনালে যে ককাইদেৱেকে পূৰ্ব্বে অভিধানখন ছপাবৰ নিমিত্তে কলিকতাৰ ৰমাকান্ত বৰ-কাকতী (ঘ) আদিক দি গৈছে আৰু যদিহে তেওঁলোক অসমৰ্থ হয় তেতিয়াহে গেইটক অনুৰোধ কৰা হব। সেই কথা গোস্বা-মীয়ে জানি তেওঁ পুনৰ চৌধুৰীলৈ লিখিলে, “গৱৰ্ণমেণ্টক যদি এই কিতাপখন ছপাবলৈ দিয়া নহয়, তেনেহলে সি যে ছপা হৈ ওলাব তাৰ অলপো সম্ভাৱনা নাই। কিতাপখন ভালকৈ ছপা কৰি উলিয়াবলৈ বহুত টকা লাগিব; সিমান টকা কলি কতাত থকা অসমীয়া লৰাবিলাকে কেনেকৈ গোটাব আৰু তেওঁ ওৱাবিচৰ ভিতৰতো কোনোৱে যে ইমান টকা গাত নলগাকৈ খৰচ কৰিব পাৰিব তাৰো আশা নাই।...এতেকে তেওঁ যেন ওৱাৰিচবিলাকক বুজাই ৰৱাই কিতাপখন যাতে গৱৰ্ণমেণ্টক গতাব পাৰে তাৰ নিমিত্তে অহোপুৰুষাৰ্থ কৰিব” (পৃঃ ৪৩৫-৩৬)১। দুলালচন্দ্ৰ চৌধুৰীৰ যত্নত ওৱাবিচবিলাকে কিতাপখন চৰ্কাৰক ছপাবলৈ দিবলৈ সন্মত হল। হেমচন্দ্ৰ গোস্বামীয়ে সেই কথা গেইটক জনায়।

---

ঘ. “অভিধানখন পূৰ্ব্বে ককাইদেৱে শ্ৰীৰমাকান্ত কাকতিক ছাপা কৰিবৰ কাৰণ দি গৈছে। যদি ইতিয়া সিবিলাক ছাপা কৰিবৰ কাৰণ অসমৰ্থ হয় তেহে গেইট সাহাবলৈ জনাব পাৰি এই বিষয়...।”—তুলসীৰাম বৰুৱা : ১১ জুলাই ১৮৯৬

ইয়াৰ পৰিণামৰ মুক্ত গেইটে, কলিকতাৰ অসমীয়া ছাত্ৰ-সকলে ছপোৱা হেমকোষৰ পাত কেইটামান পাই গোস্বামীক কলে যে ছাত্ৰসকলে হেমকোষ ছপাৰ কাম আৰম্ভ কৰিছে, গতিকে চৰ্কাৰে তাক ছপোৱাৰ প্ৰশ্ন নুঠে। তেওঁ উত্তৰত গেইটক কলে যে ছাত্ৰসকলে পঁচা তুলি সেই কামলৈ আগ বাঢ়িছে, কিয়নো তেওঁলোকে পুথিখন নষ্ট হব পাৰে বুলি আশঙ্কা কৰিছে। সেই কথাত চিফ কমিছনাৰ প্ৰত্যয় নোযোৱা যেন দেখি তেওঁ কলিকতাৰ অসমীয়া ছাত্ৰসকললৈ সকলো কথা বিতংকৈ লিখাতহে তেওঁলোক হেমকোষ প্ৰকাশৰ দায়িত্ব এৰি দিয়ে। দ্বিতীয় বাধাও আঁতৰিল। এতিয়া ইচ্ছাপত্ৰৰ এজন উচি ডুলালচন্দ্ৰ চৌধুৰীয়ে হেমকোষ ছপোৱাৰ দায়িত্ব চৰ্কাৰক অৰ্পণ কৰে। তেওঁ পুথিখন চৰ্কাৰলৈ প্ৰেৰণ কৰোতে মন্তব্য কৰে যে পুথিখন ছপোৱাৰ আগতে এজন উজনিৰ, এজন নামনিৰ আৰু এজন মাজ অসমৰ লোকৰ হতুৱাই পুনৰীক্ষণ কৰোৱা ভাল হব। চিফ কমিছনাৰৰ কাৰ্য্যালয়ে নগাৱঁৰ পুথিবছা কমিটিৰ হতুৱাই সেই কাম কৰাবলৈ স্থিৰ কৰে। সেই বিষয়ে হেমচন্দ্ৰ গোস্বামীক সোধাত তেওঁ কয় যে হেমকোষ সংশোধন কৰাৰ উপযুক্ত লোক অসমত নাই বুলিলেও হয়। 'টেক্সট্ বুক্ কমিটিত অসমীয়া ভাষা ভালকৈ জনা মানুহ নাই, আৰু উক্ত কমিটিৰ ওপৰত হেমচন্দ্ৰৰ কোনো কালে আস্থা নাছিল (ক)। গ্ৰন্থকাৰে যিদৰে হেমকোষ লিখিছে

---

ক. সম্ভৱ ১৮৮০ চনত নগাৱঁত পুথি বছা কমিটি (ডি আসাম টেক্সট্ বুক কমিটি, নগাঁও) গঠন কৰা হয়। গুণাভিৰাম বৰুৱা ইয়াৰ কিছুকাল সদস্য আছিল। ৰত্নেশ্বৰ মহন্তই (১৮৬৪-৯৩) হেমচন্দ্ৰ গোস্বামীলৈ লেখা চিঠিৰপৰা (১.১০.১৮৮৮) জনা যায় যে হেমচন্দ্ৰ বৰুৱাই উক্ত সমিতিলৈ পুথি পঠাবলৈ ভাল নেপাইছিল—

সেইদৰে ছপা হব লাগে'। গেইট দোষোৰ-মোৰক্ত পৰিল। এনে সময়ত দেশহিতৈষী জগন্নাথ বৰুৱা (১৮৫১-১৯০৭) কাৰ্য্য-বশতঃ শিলঙলৈ যাওঁতে হেমচন্দ্ৰ গোস্বামীয়ে হেমকোষ ছপোৱাৰ সমস্যাৰ কথা জনোৱাৰ লগতে তেওঁক অনুৰোধ কৰে যেন হেমচন্দ্ৰই লিখাৰ দৰে হেমকোষ ছপা নহয় সেই বিষয়ে গেইটক বুজাই দিয়ে। "বৰুৱা ডাঙ্গৰীয়াই মিষ্টাৰ গেইটৰ লগত দেখা কৰি 'হেমকোষ' লৰচৰ কৰাৰ বিৰুদ্ধে লিখকে (হে. গোস্বামী) কোৱা'দি কোৱাতহে মিষ্টাৰ গেইটে সেইটো সকলো অসমীয়া মানুহৰ মত বুলি ভাবিলে। তেওঁ তেতিয়াই এই সিদ্ধান্ত কৰিলে যে যদি গৱৰ্ণমেণ্টে হেমকোষ প্ৰকাশ কৰিবলৈ গাত লয়, তেতিয়া তাক কাৰো হতুৱাই সংশোধন নকৰোৱাকৈ ছপা কৰিব" (পৃঃ ৪৩৮)১।

সিমানতে বাধাৰ অন্ত নপৰিল। নগাৱঁৰ পাদুৰী এজন গেইটলৈ পত্ৰ লিখিলে যে 'গৱৰ্ণমেণ্টে অভিধানখন ছপালে যেন তাৰ আখৰজোঁটনি বেভেৰেণ্ড ব্ৰন্সন চাহাবৰ অসমীয়া অভিধানৰ আৰ্হিৰে কৰা হয়; কিয়নো সেই অভিধানত যি উচ্চাৰণ অনুসাৰে আখৰ জোঁটোৱা হৈছে সেয়ে সৰল, স্বাভাৱিক আৰু বৈজ্ঞানিক প্ৰণালীৰ। গেইটো পুনৰ মত সলাব খুজিছিল, কিন্তু গোস্বামীয়ে হেমচন্দ্ৰ বৰুৱাৰ বৰ্ণবিন্যাসৰ নিয়ম কেইটা বুজাই

---

"You must know that the Text Book committee were not in harmony with such writers as Hemchandra Barua of Gauhati—the orthography adopted & accepted by the T. B. Committee being in imitation of the Bengali Language, he never sends his manuscripts for their approval —this is not the only case—if you effect an enquiry you will see there are several such writers who being in discord with the Book Selecting Committee have buried good many desering manuscripts in their book Shelves." (বজ্ৰেশ্বৰ মহন্ত ৰচনাৱলী, যোগেশ ভূঞা, পৃঃ ৩৪২)

দিয়াতহে হেমকোষ হেমচন্দ্ৰই লিখা মতেই ছপা কৰাৰ সিদ্ধান্ত হ'ল। চিফ কমিছনাৰ উইলিয়ম ওৱাৰ্ডে (          ) চৰকাৰে হেমকোষ প্ৰকাশ কৰিব নেলাগে বুলি মত প্ৰকাশ কৰাত গেইটে তেওঁক কথাটো ভালকৈ বুজাই দিয়াতহে ওৱাৰ্ডে হেমকোষ প্ৰকাশৰ অনুমতি দিয়ে। হেমকোষ ছপোৱা প্ৰসঙ্গত সিদ্ধান্ত হল যে গেইটে ইংৰাজী অংশ আৰু হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়া অংশৰ আহিঁকাকত চাব। ইতিমধ্যে গোস্বামী ডিব্ৰুগড়লৈ বদলি হল। ১৮৯৭ চনত হেমকোষৰ ছপা কাম আৰম্ভ হয়।

"হেমকোষত শব্দৰ উচ্চাৰণ বুজোৱা কিছুমান বিশেষ চিন ব্যৱহাৰ কৰা হৈছিল; সেই চিন থকা আখৰবিলাক গৱৰ্ণমেণ্টৰ ছপাখানাত নথকা বাবে, লিখি ন-কৈ কটাব লগোৱা হোৱাত কিছুমান দিনৰ নিমিত্তে হেমকোষৰ ছপা বন্ধ থাকিব লগীয়া হৈছিল। সেই আখৰবোৰ আহি পোৱাৰ পাছত দুই কি এক ফৰ্ম্মাৰ প্ৰুফ চোৱা হওঁতেই, ১৮৯৭ চনৰ জুনৰ ডাঙৰ ভুইকঁপ আহে" (পৃঃ ৫৭)৭। এই ভুইকঁপত খিলঙৰ কাৰ্য্যালয় আৰু ছপাখানাৰ ঘৰ ছুৱাৰ নষ্ট হয়। ধ্বংসস্তূপৰ মাজত হেনকোষৰ পাণ্ডুলিপি বিচাৰি হাবাথুৰি খাব লগা হল। শেহত গেইটৰ অশেষ শ্ৰমৰ ফলত পাণ্ডুলিপিখন নিচেই কটা-চিটা আৰু জীৰ্ণ অৱস্থাত পোৱা গল।

ইতিমধ্যে চাৰ এডৱাৰ্ড গেইটে অসম এৰাত হেমকোষ ছপাৰ কথা তল পৰিল। কৰ্ণেল পি. আৰ. টি. গৰ্ডন (ডেপুটি কেপ্তেইন) ১৮৯৮ চনত অসমৰ অনাৰেৰী ডিৰেক্তৰ অব্ এথনোগ্ৰাফি হোৱাত হেমকোষৰ ছপা কাম পুনৰ আৰম্ভ হয়। এই পুথি সম্পাদনাৰ দায়িত্ব ন্যস্ত হ'ল কৰ্ণেল গৰ্ডন আৰু গোস্বামীৰ ওপৰত। গোস্বামীক ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ বদলি কৰা হ'ল। কলিকতাৰ

বেপ্‌টিষ্ট মিছন প্ৰেছত হেমকোষৰ ছপা কাম আৰম্ভ হয়। ১৯০০ চনৰ ৮ আগষ্টত হেমকোষ প্ৰকাশ হয়। হেমকোষ প্ৰণেতাই পুথিৰ পাতনি লিখি থৈ নোযোৱাৰ কাৰণে পদ্মনাথ গোহাঞিবৰুৱাই পড়াশলীয়া অভিধানৰ পাতনিখনকে সংযোগ কৰা হয়।

হেমকোষ হেমচন্দ্ৰৰ অক্ষয় কীৰ্ত্তি। এই অভিধান প্ৰকাশৰ পূৰ্ব্বে "অসমীয়া ভাষা ঠিক এখন শুধীয়াল নাইকিয়া নাৱৰ নিচিনা আছিল; কিন্তু ইংৰাজী ১৯০০ চনত এই অভিধান প্ৰকাশ হৈ ওলোৱাৰ পাছৰ পৰা আৰু তাৰ সেই অৱস্থা নাই। আমাৰ ওচৰ-চুবুৰীয়া বন্ধুসকলে নিতৌ অসমীয়া ভাষাক কাঠ-সংস্কাৰ কৰিবলৈ কাঠ গোটাইছিল; কিন্তু কলচোপ কলচোপ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ি পৰা মাত্ৰকে ক'ৰ যমদূত ক'লৈ গল তাৰ চিন নাই, বাৰীৰ চুকত পৰি 'নিউঁ' 'নিউঁ' কৰি চিয়ঁৰি থকা নিয়তী চৰাইবোৰো যমদূতবিলাকৰ লগত নাইকিয়া হ'ল আৰু দক্ষিণা নৰলি আশা পালি থকা বাপুসকলোঃ এখোজ দুখোজকৈ ঘৰমুৱা হ'ল" (পৃঃ ৪৩১-৩২)২। পাৰোতেনো ৰবীন্দ্ৰনাথ ঠাকুৰে এবাৰ শিলঙত (ক) 'অলপ বেজাৰ মিহলিকৈ' লক্ষ্মীনাথ বেজবৰুৱাক কৈছিল, "তোমৰাইতো আসামকে বাৰ কৰে নিয়ে বাংলা ভাষাৰ পৰিসৰ কমিয়ে দিলে। বই লিখে ছাপা কৰতে গ্ৰন্থকাৰদেৰ আৰ উৎসাহ থাকে কোথায়" (মোৰ জীৱন—সোঁৱৰণ, বেজবৰুৱা, পৃঃ ১১৪)?

ক. সম্ভৱ ১৯২৩ চনত। লেখকৰ 'সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা' (পৃঃ ৮০) চাওক।

"মূঠতে কবলৈ গলে, হেমচন্দ্ৰ বৰুৱাৰ হেমকোষ অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ; সেই মন্ত্ৰই মৃতকল্প অসমীয়া ভাষাক অমৰ কৰিলে। অসমীয়া ভাষাই যদি আজিকালি দিনে দিনে ঠন ধৰি উঠিছে, আৰু নানা ঠাল-ঠেঙুলি মেলিছে, সি কেৱল হেমকোষৰ যহতে আৰু যদি সি কেতিয়াবা ফুল ফুলাই অসম দেশত সৌৰভ বিলাব পৰা হয়, সিও নিশ্চয় হেমকোষৰ যহতে হ'ব। হেমকোষ অসমীয়াৰ অমূল্য সম্পত্তি" (পৃঃ ৪৩২)২। এই গ্ৰন্থই হেমচন্দ্ৰৰ 'যুগমীয়া কীৰ্ত্তিৰ ধ্বজা স্বৰূপে' সাহিত্যাকাশত চিৰকাল উৰি থাকিব।

তেওঁৰ 'সংক্ষিপ্ত হেমকোষ' বৃহৎ হেমকোষৰ সংক্ষিপ্ত সংস্কৰণ। তেওঁ পঢ়াশালীয়া অভিধানৰ পাতনিত এই পুথিৰ বিষয়ে লিখিছে "তাৰ পিচত সংক্ষিপ্ত 'হেমকোষ' নামেৰে তাতকৈ সৰু এখান অভিধান প্ৰস্তুত কৰা যায়। তাত শব্দবিন্যাকৰ মূল, সমৰ্থক শব্দ আৰু খণ্ডবাক্য নাই কিন্তু অসমীয়া আৰু ইংৰাজী দুয়ো ভাষাতে অৰ্থ লিখা হৈছে, সিও ওপৰত কোৱা কাৰণতে বাহিৰলৈ ওলাব পৰা নাই, ভিতৰতে ভেকুৰিছে"। তেওঁৰ মৃত্যুৰ পিছত সংক্ষিপ্ত হেমকোষৰ পাণ্ডুলিপি হেৰাল।

# পঢ়াশলীয়া অভিধান

'পঢ়াশলীয়া অভিধান' ৰচনা প্ৰসঙ্গত হেমচন্দ্ৰ বৰুৱাই পুথিৰ পাতনিত লিখিছে, "আমাৰ গাৱঁলীয়া পঢ়াশালিবিলাকৰ কাৰণ এখান ইংৰাজী অৰ্থ নথকা সৰু অভিধানৰ প্ৰয়োজন আছে। সেইবোৰত ই চলিব পাৰিব; আৰু ডাঙৰ নোহোৱা কাৰণেই ইয়াৰ দামো কম হ'ব; এতেকে ইয়াক সকলোৱে কিনিব পাৰিব। সেয়ে হলে ইয়াৰ বাবে কৰা শ্ৰম আৰু ব্যয় নিৰৰ্থক নহয়। ইয়াক যদিচ পঢ়াশলীয়া অভিধান নাম দিয়া গৈছে, তথাপি সম্প্ৰতি গাৱঁলীয়া পঢ়াশালিত ব্যৱহৃত পুথিবোৰত থকা শব্দবিলাকৰ বাহিৰেও ইয়াৰ বিস্তৰ অসমীয়া শব্দ আছে; আৰু অকল প্ৰতিশব্দ বা ব্যাখ্যাৰ দ্বাৰা যি শব্দৰ অৰ্থ ছাত্ৰকৈ হৃদয়ঙ্গম নহয়, তাক যি ভাবত ব্যৱহাৰ কৰা যায়, তাৰ উদাহৰণ দি বুজাবলৈ চেষ্টা কৰা গৈছে; এতেকে ই অকল পঢ়াশলীয়া ছাত্ৰৰ নহয়, আনৰো উপকাৰ সাধিবলৈ সক্ষম হ'ব এনে আশা কৰিব পাৰি"।

হেমচন্দ্ৰই ১৮১৪ শকৰ আঘোণ মাহত এই অভিধানৰ পাতনি লিখিলেও ১৯০৬ চনহে পঢ়াশলীয়া অভিধান প্ৰকাশ হয়। এই প্ৰসঙ্গত তুলসীধৰ বৰুৱাই অভিধানৰ 'জাননী'ত লিখিছে, "...পঢ়াশলীয়া অভিধানখনি আমি এতিয়া যাক প্ৰচাৰ কৰিছোঁ ইয়াক উন্নত কৰিবৰ নিমিত্তে গ্ৰন্থকৰ্ত্তাই 'শিক্ষাৰ্থীৰ অসমীয়া ভাষাৰ উৎপত্তি সাধিনী' সভাত অৰ্পণ কৰিছিল। কিন্তু সভাই সেই ভাৰ আমাৰ হাতত অৰ্পণ কৰি দিলে। আজিও তাৰো

কৰিবলৈ দেশত যি অলপ ছাপা-যন্ত্ৰালয় আছিল তাত চেষ্টা কৰি সুফলমে কাৰ্য্য কৰিব আশা নেদেখি, শেষত শ্ৰীযুত শিৱনাথ ভট্টাচাৰ্য্য মহাশয়ৰ উদ্যোগেৰে ১৯০৩ সনৰ নবেম্বৰ মাহত পুথি-খনি কলিকতাৰ সঞ্জীৱনী যন্ত্ৰালয়লৈ পঠোৱা হল। সেয়ে নোহোৱা হলে পুথি কেতিয়াবাই পাঠকসকলৰ আগত ওলাই দেখা দিলেহেঁতেন।"

এই পুথিৰ পাতনিৰ 'ভালকৈ মন দি পঢ়ি মনত ৰাখিব লগীয়া শিতানত বৰ্ণবিন্যাসৰ নিয়ম, উচ্চাৰণ আৰু উচ্চাৰণৰ চিনবিলাক, শব্দবিলাকৰ অৰ্থৰ চিন, অপভ্ৰংশ শব্দ আৰু লিঙ্গ বিষয় কথাখিনি মূল্যবান। পঢ়াশলীয়া অভিধানৰ কেইটামান শব্দাৰ্থৰ চানেকি তলত দিয়া হ'ল।—

অত্তপা (বি) বৰকৈ বঢ়া, সাধাৰণতকৈ অতিৰিক্ত হোৱা (শস্য বা লৰা); বৰকৈ উত্তগালি কৰা, বৰ দুষ্ট (লৰা)—পৃঃ ৫

এট্‌কেন্‌মেট্‌কেঁন্ (স. শ.) অনিচ্ছা প্ৰকাশ, (ঠেমেঠৈ—পৃঃ ৫৪

বেবেঞ্জাজা (বি.) অনেক ঠাইৰপৰা মানুহ আহি এঠাইত বসতি কৰা (মানুহ); পৰম্পৰ অবাধ —পৃঃ ৩৪২

হামাৰ ভাবে (ক্ৰি. বি.) অধিক পৰিমাণে, বহুতকৈ পৃঃ ৪৮৬)"।

ব্ৰন্সনৰ অভিধান আৰু হেমকোষৰ শব্দাৰ্থৰ চানেকি পৰিশিষ্টত দিয়া হৈছে।

সামৰণিত হেমকোষৰ গুৰুত্ব প্ৰসঙ্গত কব পাৰি,—"আজিৰ পৰা এশ বছৰতকৈয়ো আগতেই হেমচন্দ্ৰ বৰুৱাই সাতবছৰ অকলে পৰিশ্ৰম কৰি 'হেমকোষ' অভিধান লিখি উলিয়াইছিল। সেই সময়ত অসমত স্কুল-কলেজ নাছিল, পণ্ডিত সমাজ নাছিল, পুথি ভঁৰাল নাছিল, আন কি তেওঁ নিজে লিখা কেইখনত বাহিৰে আধুনিক অসমীয়া ভাষাত লিখা কিতাপ-পত্ৰও বৰ বেছি নাছিল।

অথচ এনে এটা পৰিবেশতে কাছাৰীৰ চিৰস্তাদাৰ হেমচন্দ্ৰ বৰুৱাই চৰকাৰী কামৰ মাজতো সময় উলিয়াই সম্পূৰ্ণ একক প্ৰচেষ্টাৰে ৪০ হাজাৰ শব্দ-যুক্ত এখন অভিধান লিখি উলিয়ালে। এটা শতাব্দী অতিক্ৰান্ত হৈ যোৱাৰ পিছতো আজিও সেইখনেই অসমীয়া ভাষাৰ সৰ্ব্বশ্ৰেষ্ঠ আৰু সৰ্ব্বমান্য অভিধান” (শ্ৰীহোমেন বৰগোহাঁই ’ অভিধান ব্যাকৰণ মনুষ্যত্ব ইত্যাদি; প্ৰকাশ, ৫ম বছৰ ১ম সংখ্যা, ১৯৭৯)।

—+—

ব্যাকৰণ আৰু অভিধানৰ উপৰি হেমচন্দ্ৰই সৃজনীমূলক সাহিত্যও ৰচনা কৰে। সম্ভৱ অভিধান প্ৰণয়নত আত্মনিয়োগ কৰাৰ কাৰণে এই দিশত তেওঁৰ বৰঙণি সীমিত। তেওঁ 'কানীয়াৰ কীৰ্ত্তন' আৰু 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' ৰচনা কৰে। অসমীয়া সাহিত্যত খেমেলীয়া নাটকৰ প্ৰৱৰ্ত্তক হেমচন্দ্ৰ বৰুৱাই ১৮৬১ চনত কানীয়াৰ কীৰ্ত্তন নামৰ চাৰিঅঙ্কীয়া উদ্দেশ্যধৰ্মী নাটক ৰচনা কৰে। নামটোৰ পৰাই অনুমান কৰিব পাৰি যে এইখন কানি পান কৰাৰ অপকাৰিকা বিষয়ক নাটক ('A play in Assamese on the evil of opium—smoking')। এই-খন ৬৩ পিঠিৰ নাটক। ইয়াৰ প্ৰচ্ছদপটত লিখা আছে—"কানি, ভাং, মদ, ফটিকা আৰু ধোঁৱা পাত। সকলোৰে মূৰত হওক বজ্ৰপাত॥'

স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনৰে পৰা অসম দেশত কানি খেতি আৰম্ভ হয়। "এনে কথা কোৱা আছে বোলে ১৭১৫ শকত যেতিয়া কাপ্তান ওৱেলস্ চাহাব এই দেশলৈ আহে তেতিয়াৰপৰা কানিৰ খেতি ইয়াত হ'ব ধৰিলে। ইয়াৰ প্ৰথম খেতি বেলতলাত হয়। সি সময়ত জ্বৰী আৰু গ্ৰহনীত অনেক লোকৰ প্ৰাণ নষ্ট পালে। ব্ৰিটিশ সৈন্যৰ কাৰো কাৰো লগত আফিং থকাত তাৰ দ্বাৰা অনেক লোক আৰোগ্য পালে। তাতে সেই কানি বৰ উপকাৰী বুলি সি সৈন্যৰ কাৰো পৰা শুনি লৈ প্ৰথমে তাৰ খেতি কৰা হয়। তেতিয়াৰে পৰা কানিৰ ব্যৱহাৰ হবলৈ ধৰিলে। আদিতে ঔষধ বা [illegible] বুলি [illegible]লোকে

খাইছিল। পিছে ক্ৰমে দেশৰ এটা ডাঙৰ বস্তু বুলি সকলোৱে ব্যৱহাৰ কৰিবলৈ ধৰিলে" (পৃঃ ১২০-২১)১। এই কানি-বৰবিহ সেৱনৰ দ্বাৰা অসমীয়া জাতি কিদৰে অধঃপতিত হৈছে তাৰে চিত্ৰ কানীয়াৰ কীৰ্ত্তন অঙ্কিত হৈছে।

ভদ্ৰেশ্বৰ বৰুৱা মৌজাদাৰৰ ঘৰত পদ্মপাণি মহন্তই বাৰিয়লীয়া কানি খাই পেটৰ কামোৰ দূৰ কৰা আৰু সেই গাৰেই গোসাঁয়ে ধনী আৰু মন্নুক শৰণ দি সদাচাৰৰ জ্ঞান দিয়া; ৰতিকান্ত, মতিৰাম আৰু গদাধৰৰ পাণ খোৱা সভা আৰু কীৰ্ত্তিকান্তৰ সহযোগ; কীৰ্ত্তিকান্ত খিনাই যোৱাত মাকৰ চিন্তা আৰু মঙ্গলতী বুঢ়ীৰ কানীয়া-সেৱাৰ বিধান; বিহুৱা, কাতীয়া আৰু মঙ্গলাৰ কানি-টিকিৰা পান, কীৰ্ত্তিকান্তই কানি পান কৰাত পিতৃৰ খং আৰু তেওঁ মাকৰ আগত মিছা মতা; তেওঁক দদায়েকে কানি এৰিবলৈ দিয়া পৰামৰ্শ; কীৰ্ত্তিকান্তই কানি খাই মৌজাৰ টকা পৰালি পেলোৱা; পৰশা জাৰি কৰিবলৈ অহা পিয়দাই উৎকোচ আদায় কৰা; কীৰ্ত্তিকান্তই কানি পান কৰি সৰ্ব্বস্বান্ত হোৱা আৰু পত্নী চন্দ্ৰপ্ৰভাক বুধিৰে কানি খুওৱা; বৃকোদৰৰ ঘ খাবলৈ দিয়া কানি মেৰতলিত অনুশোচনা আৰু সেই আপাহতে মৃত্যু—এয়ে কানীয়াৰ কীৰ্ত্তনৰ বিষয়বস্তু। পদ্মপাণি মহন্তই কানি পান কৰি আচাৰ ভ্ৰষ্ট হোৱা অথচ শিষ্যক সদাচাৰৰ জ্ঞান দিয়া, ব্ৰাহ্মণৰ ঘৰত জন্ম লাভ কৰাৰ কাৰণে কীৰ্ত্তিকান্তই অকৰ্ম কৰিও 'সকলোৱে মান' পোৱা ইত্যাদি কথাত ব্যঙ্গ প্ৰকাশ পাইছে। কানিৰ "লগত ধন, বস্তু, মান, আৰু সকলো গল" (পৃঃ ৬৬)—কীৰ্ত্তিকান্তৰ এই অন্তিম উপলব্ধি তাৎপৰ্য্যপূৰ্ণ। ইস্কুল-পণ্ডিত [illegible] তেওঁৰ [illegible] পাইছিল।—
[illegible]

১ [illegible]

কানীয়াৰ নাই অন্তৰ লেশ ॥
হায় হায়! কি ঘোৰ ক্লেশ।
কানিয়েই খালে অসম দেশ ॥" (পৃঃ ৬৩)

নাটকখনিত সমসাময়িক সমাজৰ কিছুমান চিত্ৰও অঙ্কিত কৰা হৈছে। যেনে, (১) 'একেটা লৰা, এই দেখি ইংৰাজী পঢ়িবলৈ নিদিলোঁ, কেনেবাকৈ তৰ্পণৰ পানী এচলু দিয়ে কি চিয়ে' (পৃঃ ৩৫); (২) 'কেৰেণী মথাও বাবু, ইস্কুল মেহতৰো বাবু, লোণ-বেচা কেঞাও বাবু, নাৱৰ তৰি দিয়া মাজিও বাবু, হায়! হায়! কালৰ ঘটি! এতিয়া পিয়দাও বাবু। বাবু-বোলোৱাৰ থিকাৰ।' (পৃঃ ৪৩); (৩) 'ই বেজবৰুৱাৰ মুকলি হোৱা বন্দী' (পৃঃ ৪২); (৪) কীৰ্ত্তিকান্তই বজলুৱা গীত গোৱা (পৃঃ ২৬), কিনাৰাম বৰুৱাৰ কানিৰ গীত (পৃঃ ২২-২৪); পিয়দাৰ কথাত মিহলি ভাষা (পৃঃ ৪১-৪৪) আৰু (৫) আফু-খেতিৰ নিষেধাজ্ঞ (পৃঃ ৪৭-৮৮)।

হেমচন্দ্ৰই অসমৰ কানিখোৱাৰ হুবহু চিত্ৰ আঁকি অসমীয়া সমাজৰ ধ্বংসৰ গতি ৰোধ কৰিবৰ প্ৰয়াস কৰি তেওঁ সমাজ-সংস্কাৰকৰ ভূমিকাতো অৱতীৰ্ণ হয়। তেওঁৰ জীৱদ্দশাত কানীয়াৰ কীৰ্ত্তনৰ ৬ টা তাঙৰণ প্ৰকাশ হোৱা কথাও বৈশিষ্ট্যপূৰ্ণ। নাটকৰ প্ৰথম তাঙৰণৰ (১৮৬১ চন) মুদ্ৰণত হেডমাষ্টৰ চন্দ্ৰমোহন [illegible] মীৰ কথাৰে স্কুলসমূহৰ পৰিদৰ্শক উৎসৱানন্দ গোস্বামীয়ে অৰ্থ-সাহাৰ্য্য দিয়ে। ইয়াৰ দ্বিতীয় তাঙৰণ ওলায় ১৮৬৮ চনৰ ১০ মাৰ্চ্চত আৰু উত্তৰ পূব সীমান্তৰ গৱৰ্ণৰ জেনাৰেল আৰু অসমৰ কমিছনাৰৰ পাৰ্চনেল এচিষ্টেণ্ট এ. চি. কেম্বেল ইয়াৰ ব্যয় বহন কৰে, এই নাটক প্ৰসঙ্গত কালিৰাম মেধিয়ে মন্তব্য কৰিছে, "কানীয়াৰ কীৰ্ত্তনৰ নিচিনা সামাজিক চিত্ৰ দেখুৱা নাট আজি কেইখনি আছে" (অ. সা. 'সভাৰ ভাষণাৱলী' ১ম খণ্ড, পৃ. [illegible])?

# কানীয়াৰ কীৰ্ত্তন।

—:(•):—

A

PLAY IN ASSAMESE.

ON THE

EVILS OF OPIUM-EATING.

BY

H. C. BARUA.

'কানি, ভাং, মদ, ফটিকা আৰু ধুঁৱাপাত।
একেলগে যুক্ত হওক সৰ্ব্বনাশ ?'

———

ইং চন ১৮৬০

প্ৰকাশ থাকে যে ১৮৯৩ চনত ভাৰতীয় কানি আয়োগৰ (ডি ইণ্ডিয়ান্ অপিয়ম্ কমিছন্) আগত সাক্ষী দিবলৈ নিমন্ত্ৰিত হৈয়ো শাৰীৰিক অসুস্থতাৰ কাৰণে তেওঁ কলিকতালৈ যাব নোৱাৰিলে। কিন্তু তেওঁ এই বিষয়ে এটা টোকা (পৰিশিষ্ট চাওক) পঠালে আৰু তেওঁৰ কানীয়াৰ কীৰ্ত্তন নাটকখন কানি আয়োগৰ সদস্য এইচ. জে. উইলচনৰ হাতত পৰে। এই নাটকখন ইংৰাজীলৈ অনুবাদ কৰে উপেন্দ্ৰনাথ বৰুৱাই (ক) (১৮৫৯-১৯৫৩)।

'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী সমসাময়িক সমাজৰ কপটতাক ব্যঙ্গ কৰি লিখা উপন্যাস শাৰীৰ পুথি। পুথিৰ প্ৰচ্ছদপটৰ চাৰিওফালে আঁচৰ মাজত তলত দিয়া দৰে লিখা আছে।—




ক. ৰাধিকা প্ৰসাদ বৰুৱাৰ ডায়েৰী, ৰামধেনু. ১২ শ বছৰ ৬ষ্ঠ, সংখ্যা, আহিন, ১৮১৬ শক)

পুথিৰ বেটী-পাতৰ শ্লোকটোৰপৰা ('শত্ৰোৰপি গুণা বাচ্যা দোষা বাচ্যা গুৰোৰপি') 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী'ৰ তাৎপৰ্য্য উপলব্ধি কৰিব পাৰি। এই পুথিৰ পাতনিত হেমচন্দ্ৰ বৰুৱাই লিখিছে, "আপোনাৰ গাৰৈ নেচাই লোকৰ দোষ বিচৰা কাৰ্য্যটো মানুহৰ স্বভাৱসিদ্ধ; এই কাৰণ এইটো দোষ নথকা মানুহ পোৱা টান।—সকলো মানুহে আপোনাৰ ডাঙৰ দোষকো ঢাকি লোকৰ অলপকৈ ভৰি পিছলিলে, তাকে এহেজাৰ মুখেৰে বখানি ফুৰে;—কোনো মানুহৰ গাত এই দোষটো কম, কোনৰ গাত সৰহ, ইমানহে প্ৰভেদ। কিন্তু আমাৰ দেশত পাচত কোৱা বিধৰ লোক অধিক, যি ফালৰৈকে চোৱা, সেই ফালেই আপোনাক শুচি, জ্ঞানি, ধৰমী আৰু জগতত আন আন যিবিলাক সদ্গুণ আছে, সেই সকলোবিলাকেৰে ভূষিত; কিন্তু আনক অশুচি, অজ্ঞানী, অধৰমী আৰু অনাচাৰী বুলি ভবা মানুহকহে দেখিবা।··কিন্তু যিসকলে আপোনাক ইমান ধোবাই ধোৱা কাপোৰৰ বা গঙ্গা-জলৰ নিচিনা নিৰ্ম্মল ভাবি লোকক, আন কি আপোনাৰ মিতিৰ কুটুমকো ঘিণায়, তেওঁবিলাকৰ গা যে ধোবাই চাবোনেৰে ধুয়ো গুচাব নোৱাৰা চেকা আৰু অশুচি বস্তুৰে ঢকা হৈ আছে, তাৰৈ এবেলিও চকু মেলি নেচায়। সংক্ষেপকৈ ক'ব লাগিলে তেওঁবিলাক 'বাহিৰত পৰম ধুতি, ভিতৰত পাপৰ সুঁতি' আৰু 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী', এই পটন্তৰটি তেওঁবিলাকত উত্তমৰূপে খাটে। এতেকে সেই কথাৰ দৃষ্টান্ত-স্বৰূপে এই সৰু পুথিখানি লিখা গৈছে।···সকলো কপটীয়া মানুহে যেনে আচৰণ কৰে, তাকে মাথোন বৰ্ণনা কৰা যাব"।

দৰাচলতে হেমচন্দ্ৰই 'কপটতা বৰকৈ ঘিণাইছিল'। তেওঁ অতিশাত নৈষ্ঠিক সমাজ.ৰ' ভয় কৰি নচলিছিল। গতিকে

'কোৰাভাতুৰী'ত তেওঁ সমসাময়িক সমাজখনক ব্যঙ্গ কৰিছে। কনকলাল বৰুৱাই এই প্ৰসঙ্গত কৈছে, "তেওঁৰ বয়স্য ও পৰম বন্ধু এই প্ৰবন্ধলেখকৰ পিতাকলৈ (ক) উক্ত পুথি উছৰ্গা কৰোতে তেওঁ যি লিখিছে তাতেই তেওঁৰ কপটতালৈ কেনে ঘৃণা আছিল বুজা যায়" (পৃঃ ৫১)১০। কিন্তু আমি পোৱা কোৰাভাতুৰী'ৰ চতুৰ্থ তাঙৰণত (১৮৩০ শক) উছৰ্গাৰ কথাখিনি নাই। হেমচন্দ্ৰৰ জীৱিতকালত এই পুথিৰ ১৮১৭ শকত তৃতীয় তাঙৰণ প্ৰকাশ হয়। এইখন ৫৮ পৃষ্ঠাৰ পুথি।

'কোৰাভাতুৰী' পুথিৰ কাহিনীটো সংক্ষেপে হ'ল—কোৰখনীয়া সত্ৰৰ গোবৰ্দ্ধন দেউ-আতা 'পৰম বৈষ্ণৱ', উদাসীন আৰু 'বাকসিধ্'। তেওঁ 'ধৰ্ম্মশাস্ত্ৰত বৃহস্পতি'। এবাৰ তেওঁ গোচৰৰ কাৰণে নগৰলৈ আহি মৰ্কটেশ্বৰ ফুকনৰ টোলতে বহা কৰে। তন্ত্ৰমতত প্ৰৱৰ্ত্তা ফুকন আৰু গাভৰুদেওজনা গোসাঁইৰ শুদ্ধ সেৱক হৈ পৰে, ভক্তি-ৰসৰ সোৱাদ লওঁতে গুৰু-শিষ্যৰ (গোসাঁই আৰু গাভৰুদেও) প্ৰেমভাৱ ওপজে; ফুকননীৰ বীৰাৰ পাক নোহোৱা হল; লোটনি-বিদ্যাত পাৰ্গত চিৰস্থাদাৰ ভণ্ডেশ্বৰ বৰুৱাৰ সভাত গোসাঁই-দেউৰেত শাস্ত্ৰালাপ 'মহা লাজ পাই' তাৰপৰা আঁতৰি যোৱা; আইচুদেওৰ বীৰাৰ পাক গুচাবৰ সুবিধা নেপাই বামাকালীৰ উপাসক বীৰেন্দ্ৰ বৰুৱাই গোবৰ্দ্ধন মহাজনৰ নাম-ঘৰৰ মূধত পাঁচোটা কঁঠাল পেলাই থৈ তেওঁৰ বিৰুদ্ধে মিছা গোচৰ তৰা, মাজেষ্টৰ চাহাবৰ বিচাৰ আৰু মহাজনৰ জৰিমণা, আইচুদেওৰ মুক্তিয়াৰে জৰিমনা আদায় দি মহাজনক মুকলি কৰা; আতা-পুৰুষ আৰু গাভৰুদেওৰ পুনৰ প্ৰেমভাৱ; ফুকনৰ মৃত্যু; গাভৰুদেওৰ নৰিয়াত বেজবৰুৱাৰ ঔষধ খুওৱাৰ উপৰি জৰা-ফুৰা

---

ক. লক্ষ্মীলাল বৰুৱা

নামকীৰ্ত্তন আদি কৰাতো গাভৰুদেও আৰোগ্য নহল; শেহত গাভৰুদেওৰ বিয়োগ দুখত আতা-পুৰুষ জৰ্জৰিত হৈ 'অধিক দিন তেওঁ এই পাপময় সংসাৰত নেথাকিলা। সোনকালে শৰীৰ এৰি আইচুদেওৰ লগ ললেগৈ'।

সামাজিক চিত্ৰ সম্বলিত পুথিৰ উপসংহাৰত আছে—

"হায় হায় কেনেকুৱা কৰ্ম্মৰ গতি
উদাসীন মহাজনে দুখ পালে অতি।
কপটীয়াৰ ফাকটি গোটেই আন্ধাৰ;
ভাল-বেয়া চিনিবৰ শক্তি আছে কাৰ?
কেৰলীয়া মহাজন ধৰমীৰ বেশ;
শিষ্যক তৰাই দি ধৰম উপদেশ।
মুখত ধৰম-কথা অন্তৰত আন;
ধিক তাৰ পৰমাৰ্থ, ধিক তাৰ জ্ঞান।
বাহিৰত তাৰ ৰং চং নাই কোনো মলি,
ভিতৰৰ ফাল, কিন্তু ছাই-লিপা ফলি।
আপোনাক শুচি বুলি লোকক ঘিণায়;
ধৰমৰ ঢাকনিৰে পাপ ঢাকি খায়।
বাহিৰত মালা জপে ধৰমী দেখাই;
অন্তৰত বা কি ভাবে একো চিন নাই।
অস্, অস্! হল আহি ঘোৰ কলি-কাল;
ধৰ্ম্মৰ কঠীয়া-তলী, পাপৰ উঁৱাল।
তাল, মালা, ফোঁট, পূজা আৰু হোমৰ ছাই;
বাহিৰৰ দৃষ্টি, তাত পতিগম্য নাই।" (পৃ ৫৭-৫৮)।

ভগেশ্বৰ বৰুৱা, মৰ্কটেশ্বৰ ফুকন, নাঙ্গলৰাম, ড্রিঙ্ক ব্ৰেণ্ডি ঈট্‌ওৱেল্‌ আদি নামবোৰতো ব্যঙ্গ প্রকাশ পাইছে। গোবৰ্দ্ধন দেউ-আতাৰ সত্ৰৰ নামো কোৰখনীয়া সত্র। বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী'ৰ ঠায়ে ঠায়ে 'চাৰকেজ্জম্‌', আইৰণি', 'উইট্‌' আদি পোৱা যায়। গোবৰ্দ্ধন দেউ-আতা শিচ-গাৰ'লৈ যোৱা প্রসঙ্গত আছে,' "আমাৰ প্ৰভু জগন্নাথ যিখানি শিচ-গাৰ'ত সোমায়, তাৰ কল্‌মষ গুচাবৰ নিমিত্তে তাক জহনীয়ে চোঁচা পেটতকৈও নীৰস কৰি হে এৰে" (পৃঃ ৫); ভগেশ্বৰ বৰুৱাৰ লাটিনি-বিদ্যাৰ বিষয়ে কৈছে, "এই বিদ্যাত তেওঁ এনেহে পণ্ডিত যে, হাকিমসকলৰ ভৰিৰপৰা তেওঁৰ হাতৰ বিচ্ছেদেই নাই, আৰু অকল এই বিদ্যাৰেই সকলো হাকিমক বশ কৰে" (পৃঃ ১৪); "এদিন ডাঙ্গৰীয়া বৰচৰাত এযোৰ জাঁপ পাটী-চৰাত এৰাঁঠু মান ওখ এটা বৰ গাৰু লৈ কিলিং নৈৰ বালিৰ বৰ ঘৰিয়ালটোৰ দৰে পৰি আছে, পাৰিষদসকলে চাৰিওফালে শক শগুণৰ দৰে বেৰি আছে" (পৃঃ ১৬); বীৰেন্দ্ৰ বৰুৱাৰ বিষয়ে আছে, "তেওঁ পূজাত বহিলে ঘণ্টাৰ কোবে-পতি পাপবিলাক একঘণ্টা বাটলৈ উফৰি যায়। অঘমৰ্ষণত সকলো পাপৰ হাড় গুড়ি উঠে, মাজতে তিন ডালিমান টিকনিৰে সৈতে তেওঁৰ মূৰটি ঠাৰি লগা জাতি লাউটি যেন দেখা যায়, ললাটৰ ৰক্তচন্দনৰ তিলক, তাৰ ওপৰত গঙ্গা মৃত্তিকাৰ ত্রিপুণ্ড্র (ৰেঘা) এনেহে ডাঠকৈ লিপে যে নিল-গৰ পৰা দেখাত নৈৰ গৰাত খুম-মৰা ভতৰাৰ কপাল বুলি ভ্রম জন্মিব পাৰে" (পৃঃ ২২), "আনগুণৰ কথাকেই নকওঁ প্রবঞ্চনা, বিশ্বাস-ঘাতকতা, 'জাল' আৰু 'মিছা হলফ' গাৰ অলঙ্কাৰ, আৰু এইবিলাক সৰু গুণৰ বাবে তেওঁ বঁটা নেপায়ো থকা নাই" (পৃঃ ২৪); দাৰোগাৰ বিষয়ে কৈছে, "আমাৰ দাৰোগা চাহাবৰ পেটটি ডাঙ্গৰ, তেওঁ 'ছাগটোৰ ঠাইত খাগটো' লৈ তুষ্ট হোৱা

বিধৰ দেৱতা নহয়', পেট-ভৰা পূজা পালেহে তুষ্ট" (পৃঃ ২৭); আমোলাসকলৰ কাৰ্য্য বৰ্ণাইছে—"হেড আমোলাসকলে চিৰস্থাতে বহি 'ডিক্রী-ডিচমিচ' কৰি মেনতলী পুৰাহৰ উপায় চিন্তিছে" (পৃঃ ৩০); ভগেশ্বৰ বৰুৱাৰ বৰ্ণনাত পাওঁ—"ভগেশ্বৰ তিনিও 'মোতালোকৰ' চিৰস্থাদাৰ, আটক-ধুনীয়া, মেজাঙ্কৰীৰ এসেৰ সূতাৰ খোৰ-ভঙ্গা বৰচুৰিয়া, গাত সাতকলীয়া এঙ্গাচোলা, তাৰ ওপৰত জোলাশলীয়া মুৰীয়া কাপোৰ, মূৰত মালতী ফুলৰ চাকী সমন্বিতে উধনীয়া খোপা, তাৰ ওপৰত খেঁকেৰু-পতীয়া পাগ, কপালত আকৌ চাউল-বটাৰে মিহলি জাতি চন্দনৰ ৰেখা, সাক্ষাৎ তিনটি গৰুবাট যেন হৈ জলি আছে। ওঁঠ দুটি তামোলৰ ৰঙেৰে ফেঁচুলুকাৰ পাচ ফাল যেন দেখা যায়।...পিকৰ চেকাৰে গাৰ কাপোৰ নাহৰ-ফুটুকীয়া আৰু তালতলী জোতাৰ অনুগ্ৰহত পিঠি ফালৰপৰা লোট-লোৱা গাহৰিটি যেন দেখা যায়" (পৃঃ ৩১); হেডবাবুৰ কথা আছে—"আমাৰ বাবুজীৰ মনটি আঁউহীৰ ৰাতি-তকৈও এন্ধাৰ। সকলো ৰাজ্যৰ কুসংস্কাৰ আহি তাতে পলাই আছে যেন হে বুজা যায়" (পৃঃ ৩২-৩৩); জ্যোতিষীৰ কথাত আছে, "এওঁ নাঙ্গলৰাম বৰদলৈৰ নাতিয়েক, জ্যোতিষ শাস্ত্ৰৰ বাঘ যম বুলিলেও মিছা কোৱা নহয়' (পৃঃ ৫২)। এইদৰে লেখকে সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকৰ ওপৰত তীক্ষ্ণ বাণ নিক্ষেপ কৰিছে। ই যেন মানৱতাৰ ওপৰত প্ৰচণ্ড ব্যঙ্গ (a monstrous satire on humanity)। হেমচন্দ্ৰৰ ৰচনাত আছে ক্ষুৰৰ দৰে ধাৰাল টেটকুটি আৰু ৰসিকতা (a razor-shaup wit and humour)। তেওঁৰ ব্যঙ্গ 'গালিভাৰচ্ ট্ৰেভেলচ্' প্ৰণেতা জনাথন চুইফটৰ দৰে নিৰ্দ্দয়, ধাৰাল আৰু বিষাক্ত। কোদালৰাম জোতিষীত চুইফটৰ পাৰট্ৰিজৰ (partridge) কিবা স্পৰ্শ আছে নে কি? কোৱা-ভাতুৰী পুথিখন অত্যন্ত 'চেটায়াৰিকেল্' (satirical); 'চাৰ্-

কেজমো' (sarcasm) কম নহয়। যেনে,—"বৰগীতত গোসাঁই-দেউ এনেহে পাৰ্গত যে, তেওঁ পুৰবীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত লৰোৱাৰ ছলেৰে তাল ধৰে, আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে" (পৃঃ ১); (২) "এবেলি এজন ভকতে কিবা দাই কৰাত, 'হতশ্ৰী হে'' বুলি তাক শাও দিছিল, গোসাঁই-দেউৰ সেই বৰ্জ বাইক" পৰিবৰ পৰা ভকতজনে ডেৰকুৰি বছৰ মাথোন টানিলে" (পৃঃ ৩); (৩) "সিপোনে সিদ্ধ-পুৰুষ মুখত চূণ-দিয়া জোক যেন হৈ গিৰীয়েক-মৰা তিৰোতাৰ নিচিনা বেজাৰেৰে ঘৰলৈ গল। এখেত আইচু-দেৱে দামুৰি-হেৰুওৱা গাইৰ দৰে বিবশ হৈ চটফটাই আছে" (পৃঃ ৪০); (৪) "স্তব্র-পাঠ-কৰা বামুণবিলাকৰ কেহ´ালৰ মাইৰত আইচু-দেওৰ নাম-ঘৰৰ ওচৰতো থাকিবৰ সাধ্য নাই। বহাগ-জেঠ-মহীয়া বামুণ-ভেকোলাৰ এটাও· তাৰ সমান নহয়" (পৃঃ ৪১), ইত্যাদি।

এই পুথিৰ ঠায়ে ঠায়ে কিছুমান উপদেশমূলক কথাও আছে। যেনে; (১) 'পাপ এটা সোঁচৰা ব্যাধি, নিষ্পাপী মানুহ পাপী মানুহৰ ওচৰ চাপিলেই পাপে জাপ মাৰি নিষ্পাপী মানুহৰ গাত উঠে।' (পৃঃ ৪); (২) 'লোভৰ সমান দুষ্ট বস্তু নাই; ই কি সন্ত, কি মহন্ত, সকলোকে বশ কৰে।' (পৃঃ ৬); (৩) 'আপদত পৰিলে পূৰ্ব্বে কৰা কুকৰ্ম্মবিলাক মানুহৰ মনত পৰে, আৰু সেইবোৰৰ নিমিত্তে শোক হৈ তেনে কামলৈ ঘিণা লাগে; কিন্তু এই ভাবটি সদায় নেথাকে, আপদৰপৰা উদ্ধাৰ হলেই পানীৰ ওপৰত দিয়া আঁকৰ দৰে তাৰ চিন মৰি যায়' (পৃঃ ২৯)।

এই পুথিত তদানীন্তন সমাজৰ কিছু কথা পোৱা যায়। যেনে,—(ক) ভবিষ্য পুৰাণত লিখিছে 'ইস্কুলে নিস্কুল ভবেৎ।' যেতিয়াই আমাৰ দেশত স্কুল হবলৈ ধৰিলে, তেতিয়াই জানিছোঁ, এই দেশৰ মানুহৰ জাতি নেথাকে' (পৃঃ ১৯); (খ) 'কটা কুষ্টা-

য়নহঁতে শাস্ত্রৰ কথা কি জানে?' (পৃঃ ১৮), (গ) তেওঁ (অসমীয়া হেড বাবুজনে) মাতৃ-ভাষা কবলৈ অলপ লাজ পায়, বঙ্গালী কথাৰ লগত ইংৰাজী মিহলাই কব পাৰিলেই পুৰুষালি হয় বুলি ভাবে" (পৃঃ ৩১), ইত্যাদি। তেওঁ বামাচাৰী তান্ত্রিকৰ আচাৰ নীতি, জৰা-ফুকা, তামোল নোখোৱা আতৈসকলৰ পূর্ণ-সেৱা আদিৰো বিৱৰণ দিছে।

এই পুথিখনৰ গুৰুত্ব প্ৰসঙ্গত মহর্ষি কমলাকান্ত ভট্টাচার্যই মন্তব্য কৰিছে, "শ্ৰীযুত সোণাৰচাঁদ ডেকাবৰুৱাৰ 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' পুথিতেই অসমৰ বেদ বা ধৰ্ম্মশাস্ত্র"।

"অসমত অসমীয়াৰ মাতৃভাষাক ন্যায্য আসনত প্রতিষ্ঠিত কৰাৰ বছৰ দিয়েকৰ আগেয়ে ১৮৬৬ চনত (ক) হেমচন্দ্র বৰুৱাই "বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' লেখি এবিধ নতুন সাহিত্য সৃষ্টি কৰিলে—যাক ভেৰাকুটীয়া বা চোকা ব্যঙ্গ সাহিত্য বোলা হয়। নামটোহে ব্যঙ্গ, আচলতে ই কিন্তু অভিনৱ কথা-সাহিত্য" (পৃঃ ১৮)২৮। হেমচন্দ্ৰক অসমীয়া ব্যঙ্গ সাহিত্যৰ বাটকটীয়া বুলিব পাৰি আৰু এই ব্যঙ্গৰ সার্থক উত্তৰাধিকাৰী হ'ল সেই একে বংশোদ্ভৱ লক্ষ্মীনাথ বেজবৰুৱা।

—×—

ক. বিকল্প বছৰ ১৮৭৬ চন [?]

১। বাহিৰে ৰং ঢং

বাহিৰে ৰং, ভিতৰে

# কোৰাভাতুৰী।

---

৮হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা

ৰচিত।

---

দ্বিতীয় তাঙৰণ।

---

"শতাংশমপি শুণা বাক্যা

বোৰা বাক্যা অতাপি।"

শ্ৰীআনন্দৰাম বৰুৱাৰ দ্বাৰা

সংশোধিত আৰু প্ৰকাশিত।

শিৱসাগৰ (আসাম)।

---

কলিকাতা।

২ নং গোৱাবাগান ষ্ট্ৰীট, "ভিক্টোৰিয়া প্ৰেচত"

শ্ৰীগোপাল দাসৰ দ্বাৰা মুদ্ৰিত।

শক ১৮৩০।

দাম ।০ চাৰি অনা মাথোন।

## ইংৰাজী পুথি

বিদেশী লোকক অসমীয়া বিয়াৰ ধাৰণা দিবৰ কাৰণে তেওঁ ইংৰাজীতে চমুকৈ অসমীয়া বিবাহ পদ্ধতিৰ নামৰ এখন কিতাপ লিখে। তেওঁৰ ইংৰাজীৰ জ্ঞান সীমাবদ্ধ (the author posseses but a limited knowledge) বুলি কলেও ইয়াত নিপুণ হাতৰ চানেকি পোৱা যায়।

১৮৯২ চনত প্ৰকাশিত এই ৬০ পৃষ্ঠাৰ অসমীয়া বিবাহ পদ্ধতি পুথিৰ আৰম্ভণিতে তেওঁ হিন্দু শাস্ত্ৰীয় বিবাহৰ চমু আভাস দি অসমীয়া বিয়াত কিদৰে শাস্ত্ৰ সম্মত বিবাহ আৰু স্থানীয় ৰীতি-নীতিৰ অদ্ভুত সংমিশ্ৰণ (curious admixture) ঘটিছে তাক বিৱৰি কৈছে। পুথিৰ প্ৰথম ভাগত ব্ৰাহ্মণসকলৰ বিয়াৰ পূৰ্ব্বানুষ্ঠানৰ (ante-nuptial ceremonies) কথা কোৱা হৈছে; দ্বিতীয় ভাগত বিবাহোৎসৱৰ (nuptial ceremonies) বিৱৰণ, তৃতীয় ভাগত সম্প্ৰদানৰ (marriage or formal union) বিৱৰণ, চতুৰ্থ ভাগত বাহী-বিয়া আৰু খোৱা-খুৱীৰ (post-nuptial ceremonies) বিৱৰণ, পঞ্চম ভাগত পুষ্পিতা কন্যাৰ পতিগৃহলৈ (ceremony preliminary to the consummation of marriage) যাত্ৰাৰ বিৱৰণ, সপ্তম ভাগত আহোমসকলৰ বিবাহ পদ্ধতিৰ (marriage of the Ahoms) বিৱৰণ, অষ্টম ভাগত কছাৰীসকলৰ বিবাহ পদ্ধতিৰ বিৱৰণ আৰু নৱম ভাগত মিছিং বিবাহ পদ্ধতিৰ বিৱৰণ দিছে। দশম ভাগত ঘৰ-জোঁৱাই প্ৰথা আৰু একাদশ ভাগত নামনি অসমৰ ৰীতি আৰু লগতে বিবাহ ভঙ্গ বা বিয়চ্ছেদৰ কথা আছে। তেওঁ ইংৰাজীত এই পুথিখন ৰচনা কৰি এটা প্ৰয়োজনীয় অভাৱ পূৰণ কৰিলে।

## পাঠ্যপুথি

তেওঁ ৰচনা কৰা পদ্যাৱলীয়া পুথিকেইখন হৈছে অসমীয়া ৰীডাৰ আদিপাঠ (আদ্যভাগ, ১৮৭৫ ; মাজভাগ, ১৮৭৬

৭. Notes on the Marriage Systems of the peoples of Assam, 1892.

আৰু শেহছোৱা, ১৮৭৬), পাঠমালা, অসমীয়া ল'ৰাৰ ব্যাকৰণ (১৮৮২) আৰু স্বাস্থ্যৰক্ষা বা গা ভালে ৰাখিবৰ উপায়।

ইংৰাজী ১৮৭৩ চনৰ ১৯ এপ্ৰিলত বঙ্গৰ দুবলীয়া লাট জৰ্জ কেম্বেলে অসমৰ পঢ়াশালি আৰু আদালতত বঙলাৰ পৰিৱৰ্তে অসমীয়া ভাষা প্ৰচলনৰ আদেশ জাৰি কৰে। সেই বছৰৰ ১৮ জুনত বঙ্গৰ শিক্ষাধিকাৰক জনায় যে অসমৰ কমিছনাৰ কৰ্ণেল হপকিন্চনে অসমীয়া পুথি প্ৰণয়নৰ ক্ষেত্ৰত অন্যূন দুই বা অনধিক তিনি লানীত মুখত কথা অসমীয়া আদিপাঠৰ শ্ৰেষ্ঠ পুথিৰ প্ৰথম লানীৰ বাবদ পাঁচশ টকা আৰু দ্বিতীয় উত্তম পুথিৰ লানীৰ বাবদ এশ টকা ঘোষণা কৰি ১ অক্টোবৰৰ ভিতৰত প্ৰতিযোগীসকলক অসমৰ উজনি বা মধ্য জিলাৰ উপায়ুক্ত এজনাকীলৈ প্ৰেৰণ কৰাৰ দিহা দিব পাৰে (পৰিশিষ্ট চাওক)। সেইমতে অসমৰ কমিছনাৰে পুথিৰ পাণ্ডুলিপি আহ্বান কৰাৰ লগতে সেইবোৰ সেই চনৰ ১ অক্টোবৰৰ ভিতৰত ডিব্ৰুগড়ৰ উপায়ুক্তৰ হাতত পঠাকৈ প্ৰেৰণ কৰিবৰ নিমিত্তে জাননী দিয়ে। সেই জাননীমতে ডিব্ৰুগড়ৰ উপায়ুক্ত মেজৰ ডব্লিউ. এচ. ক্লাৰ্কে ৫৩ খন পুথি (তাৰে ২৫খন নিৰ্দিষ্ট সময়ৰ ভিতৰত আৰু বাকী ২৮ খন সেই তাৰিখৰ পিছত) পায়। ডিব্ৰুগড়ত বহা পুথি-বছা সমিতিয়ে হেমচন্দ্ৰ দেৱ শৰ্মাৰ পুথিখনি উত্তম, তুলসীৰাম বৰুৱাৰ লানী দ্বিতীয় আৰু ৰেভাৰেণ্ড ই. ডব্লিউ. ক্লাৰ্কৰখন তৃতীয় উত্তম বুলি নিৰাপন কৰে, আৰু মিচেচ ওৱাৰ্ডৰ পুথিখন অসমৰ কমিছনাৰৰ বিবেচনাৰ বাবে অনুমোদন কৰে। এই বিষয়ত উপায়ুক্ত ক্লাৰ্কে কমিছনাৰলৈ লিখা চিঠিত (৩০ অক্টোবৰ ১৮৭৫) হেমচন্দ্ৰৰ আদিপাঠ প্ৰসঙ্গত কয়—"প্ৰেৰিত সকলো পুথিৰ ভিতৰত উত্তম হেমচন্দ্ৰৰ আদিপাঠত বঙলা শব্দৰ অনুপাত আটাইতকৈ কম, কিন্তু তেওঁৰ পুথিৰ আগছোৱাৰ অ'ৰ ত'ৰ পৰা বোটলা সংলগ্ন উদ্ধৃতিৰপৰা প্ৰতীয়মান হ'ব যে ৬৭টা শব্দৰ ভিতৰত ৫০টাৰ অধিক বিশুদ্ধ বঙলা, আৰু অন্য কথাৰ লগতে পুথিত ভালেখিনি বঙলা খণ্ডবাক্য আৰু বাক্যসমূহ আছে।

পঢ়িবৰ সময়ত অন্য কথাত মন নিদিবা। ...... পঢ়িলে সকলো ঠাইতে মৰ্য্যাদা পায়। আহাৰ আৰু শাওণ এই দুমাহ বৰ্ষা। ... ...তোমাৰ হাত মুখ আৰু কাপৰ [ কাপোৰ ] চাফাই নিকাকৈ ৰাখিবা। [ তাওৰ আগৰেবে লিখা শব্দবোৰ পূৰ্ব্ব-বঙ্গত চলে ] ...... ...

হেমচন্দ্ৰৰ পিছতে তেওঁৰ ভায়েক তুলসীৰাম আছে, যাৰ কিতাপখনত কেৱল প্ৰচুৰ বঙলা শব্দই নাই কিন্তু অন্যান্য ক্ষেত্ৰত আসোঁৱাহপূৰ্ণ।

তলত দিয়াৰ নিচিনা অবিকল বঙলা বাক্য ভঙ্গি আছে- ধন হলে ক্ৰমে সকলো হয়। ...... নম্ৰলোকক সকলোএ মানে। ...... A. দেৱতাৰ নিৰ্ম্মালি মূৰত লব লাগে।...... B. সংস্কৃত সকলো ভাষাতকৈ ভাল। ......

মূঠৰ ওপৰত হেমচন্দ্ৰ দেৱ শৰ্ম্মাৰ অসমীয়া লৰাৰ আদিপাঠ শ্ৰেষ্ঠ বুলি বিবেচিত হোৱাৰ বাবে তেওঁ পাঁচশ টকা আৰু ইয়াৰ পিছত 'পাঠমালা', 'অসমীয়া লৰাৰ ব্যাকৰণ' আদি পুথি লিখি আৰু 'ৰে টু হেলথ্' নামে ইংৰাজী পুথি অসমীয়ালৈ ভাঙি (স্বাস্থ্য-ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়) চৰকাৰৰ পৰা সকলোৰে মুঠি এহাজাৰ টকা বঁটা পায়। তেওঁ আত্ম-জীৱনীত লিখিছে, "ইং ১৮৭৩ শকত তেতিয়া লেফটেনেণ্ট গৱৰ্ণৰ চাৰ জৰ্জ কেম্বেল চাহাবৰ জাননী অনুসৰি আন অনেক দলে মই আদিপাঠ নামেৰে প্ৰথম অসমীয়া ভাষাৰ প্ৰথম শিক্ষাৰ পুথি লিখোঁ। এই প্ৰকাৰৰ পঞ্চাশখানমান পুথি লিখা হৈছিল। সেইবিলাকৰ গুণাগুণৰ বিবেচনা কৰিবৰ কাৰণে মহা সমজুৱাবিলাকে আদিপাঠক সকলোতকৈ শ্ৰেষ্ঠ বোলাত পাঁচশ টকা বঁটা পাওঁ। তাৰ পাছতো পুথি আদি লিখাৰ কাৰণে গৱৰ্ণমেণ্টৰ পৰা সকলোৰে মুঠি ১,১০০, এহাজাৰ একশ টকা পুৰস্কাৰ পাইছিলোঁ"।

## অসমীয়া লৰাৰ আদিপাঠ

আদিপাঠ ৰচোঁতাৰ নাম হেমচন্দ্ৰ দেৱশৰ্ম্মা। এই বিষয়ত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ তেওঁৰ আহি যেন লাগে। বিদ্যাসাগৰে ঈশ্বৰচন্দ্ৰ শৰ্ম্মা নামত ১৮৫৫ চনত বৰ্ণপৰিচয় প্ৰথম ভাগ (১৪ এপ্ৰিল/০ বহাগ) আৰু দ্বিতীয় ভাগ (১ আহাৰ) ৰচনা কৰে। প্ৰথম ভাগত সংযুক্ত বৰ্ণ নাই। 'সংযুক্ত বৰ্ণ—পৰিচয়' দিয়াই দ্বিতীয় ভাগৰ উদ্দেশ্য।

আদিপাঠত 'ব' আখৰটো ব্যৱহাৰ প্ৰসঙ্গত চৰকাৰৰপৰা বাধা পোৱা আৰু শেহত হেমচন্দ্ৰ জয়ী হোৱাৰ কথা ওপৰত কৈ অহা হৈছে। তেওঁ আত্ম-জীৱন চৰিতত উল্লেখ কৰিছে, "মোৰ আদিপাঠ ছপাৰ সময়ত স্কুল ইনস্পেক্টৰ মাৰ্টিন চাহাবেও সেইটো আখৰৰ (অৰ্থাৎ ৱ) ব্যৱহাৰৰ বিষয়ত বৰ বাধা জন্মাইছিল; পাচে বিস্তৰ লেখা—লেখিৰ অন্তত তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে আৰু স্কুলৰ কিতাপত তাৰ ব্যৱহাৰৰ নিমিত্তে চিফ কমিশ্যনাৰৰ আজ্ঞা ললে"।

অসমীয়া লৰাৰ আদিপাঠ আগছোৱা ১৮৭৫ চনত, আৰু মাজছোৱা আৰু শেহছোৱা ১৮৭৬ চনত কলিকতাৰ মিছন প্ৰেছত মুদ্ৰিত হৈছিল। ১৮৮২ চনত তিনিও ছোৱা উক্ত প্ৰেছত ছপা হৈছিল। প্ৰথম তাঙৰণত মূল্যৰ উল্লেখ নাই। কিন্তু ১৮৮২ চনৰ মুদ্ৰণৰ প্ৰতছোৱাৰ বেচ তিনিপইচা।

আদিপাঠ আগছোৱা ওঠৰ পিঠিৰ পুথি। পুথিৰ বিষয়ৰ ক্ৰম হ'ল স্বৰবৰ্ণ, সান-মিহলি, ব্যঞ্জনবৰ্ণ, সান-মিহলি, ব্যঞ্জন-চিন, অনুনাসিক চিন, বাংে—মতৰা, দুই—তিনি-চাৰি আখৰীয়া শব্দ, চুটি-দীঘল বাক্য।

ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে 'বৰ্ণপৰিচয়'ৰ প্ৰথম ভাগৰ 'বিজ্ঞাপন'ত লিখিছে "বহুকালৰপৰা বৰ্ণমালা ষোল স্বৰ আৰু চৌত্ৰিশ ব্যঞ্জন, এই পঞ্চাশ অক্ষৰত পৰিগণিত আছিল। কিন্তু বঙ্গলা ভাষাত, দীৰ্ঘ ঋকাৰ আৰু দীৰ্ঘ ৯ কাৰৰ প্ৰয়োগ নাই; এই নিমিত্ত, সেই দুই বৰ্ণ পৰিত্যক্ত হৈছে। আৰু সাৰিশেষ

অনুধাবন কৰি চালে, অনুস্বাৰ আৰু বিসৰ্গ স্বৰবৰ্ণ বুলি পৰিগণিত হ'ব নোৱাৰে। এইকাৰণে সেই দুই বৰ্ণ ব্যঞ্জনবৰ্ণৰ মাজত পঠিত হৈছে। আৰু চন্দ্ৰবিন্দু ব্যঞ্জনবৰ্ণস্থলত, এটা স্বতন্ত্ৰ বৰ্ণ বুলি পৰিগণিত হৈছে। ড, ঢ, য এই তিনি ব্যঞ্জনবৰ্ণ পদৰ মাজত বা পদৰ শেষত থাকিলে ড়, ঢ়, য় হয়; ইবিলাক অভিন্ন বৰ্ণ বুলি পৰিগৃহীত হৈ থাকে। ······সেই কেইটা স্বতন্ত্ৰ ব্যঞ্জনবৰ্ণ বুলি নিৰ্দ্দিষ্ট হৈছে। ক আৰু ষ মিলি ক্ষ হয়, সেই কাৰণ ই সংযুক্তবৰ্ণ।" কিন্তু হেমচন্দ্ৰ বৰুৱাই বিদ্যাসাগৰক অনুসৰণ কৰা নাই। তেওঁ আগছোৱাত অনুস্বাৰ বিসৰ্গকে ধৰি স্বৰবৰ্ণ ষোলটা, অৱশ্যে চুৰ্ণিকাত লিখিছে 'ঋ ঌ ৡ এই তিনিটা আখৰ থকা মাত অসমীয়া ভাষাত নাই।" 'ক্ষ'কে ধৰি ব্যঞ্জনবৰ্ণ চৌত্ৰিশটা। তেওঁৰ ব্যঞ্জনবৰ্ণৰ তালিকাত ড় ঢ় য় ৎ ঁ এই কেইটা বৰ্ণ নাই। তেওঁ বিদ্যাসাগৰৰ নিচিনাকৈ আখৰ যোগ দিয়া নাই।

আগছোৱাৰ চানেকি তলত দিয়া হ'ল—

দুই আখৰৰ শব্দ—

| | | | | |
|---|---|---|---|---|
| "কাপ | কিয় | কুৰা | কেও | |
| কৈৰ | কোৰা | আকৌ | কংস | |
| খাৰ | খিচ | খুম | খেৰ | |
| খৈৰ | খোনা | দিখৌ | খং | (পৃঃ ১০) |

তিনি আখৰৰ শব্দ—

| | | | |
|---|---|---|---|
| থেতেলা | থেৰেহা | থেৰেজু | থেকেৰা |
| থোৰালি | থোপোৰা | জালুক | মেতেৰা |
| ধৰম | ধেমালি | শলাগ | সাকৰা |
| গুৱনী | ছোৱালী | মৰম | ধকৰা (পৃঃ ১১) |

চাৰি আখৰৰ শব্দ—

| | | |
|---|---|---|
| কিলাকুটি | কিৰাকিৰি | নাইপিয়া |
| নাওবৈচা | থাওকাল | থিৰ-জুৰ |
| ভেকেকৰা | ভেভাউৰি | জালীকটা |
| জিজিকনি | পহজাল | অবুজন (পৃঃ ১৪) |

চুটি বাক্য—

ৰাতি পুৱাল বেলি ওলাল হাত-মুখ ধোৱাঁ।
কাপ-মৈলাম কিতাপ-ফলি উলিয়াই লোৱাঁ। (পৃঃ ১৪)

প্ৰশ্নোত্তৰ পাঠ—

মাহেকত কিমান দিন?
ডেৰ কুড়ি দিনে এমাহ।
কেইমাহে বছেৰেক?
বছৰেকত বাৰ মাহ। (পৃঃ ১৫)

দীঘল বাক্যৰ পাঠ—

পঢ়োঁতে চিনবোৰলৈ মন কৰিবা।
যত্ চিন নাই তত্ নৰবা।
পঢ়াশালিত হাই উকমি নকৰিবা।
আপোন-ভাবৰ জগত ভাল জানিবা। (পৃঃ ১৬)

দীঘল বাক্যৰ পাঠ—

যি কাম এবেলি মাথোন কৰিব পাৰি, তাক পমি চাই কৰিবা; কিয়নো সি বেয়া হলে ভাল কৰিবৰ উপায় নাই। সকলোকে মিঠা মুখেৰে মাতিবা। কেটেৰা মাত কেওৰে ভাল নালাগে। বুঢ়ালোকে কয়, "ভাতৰ তিতা খাব পাৰি কথাৰ তিতা সহিব নোৱাৰি"।
(পৃঃ ১৮)

আদি পাঠ মাজছোৱা ১৯ পিঠিৰ সংযুক্ত বৰ্ণৰ পুথি। ইয়াৰ পাঠসমূহ ক্রমে সংযোগী আখৰ, সংযোগী শব্দ, য-কাৰ, ৰেফ, ৰকাৰ, মকাৰ. লকাৰ, ৱকাৰ, অনেক প্রকাৰৰ সংযোগী আখৰ ; শেহৰ ফালে মাহৰ নাম, গোটা অঙ্ক, ভগ্না অঙ্ক, মাটিৰ অঙ্ক আৰু জোখৰ অঙ্ক। পাঠৰ চানেকি দিয়া হ'ল—

যুক্তাক্ষৰী শব্দ—

| | | | | | |
|---|---|---|---|---|---|
| (১) | মেজাঙ্কৰি | কিঙ্খাপ | ভাঙ্গৰ | উপলঙ্ঘা | |
| | সঞ্চয় | গুলঞ্চ | বুৰঞ্জী | কণ্ঠ | (পৃঃ ২) |
| (২) | বাঞ্ছা | উৎপত্তি | উদ্ঘাটন | পশ্চিম | |
| | অব্দ | কৃষ্ণ | সপ্তম | অষ্টীলা | (পৃঃ ৯) |
| (৩) | বাক্য | সংখ্যা | ভাগ্য | অবাচ্য | |
| | ৰাজ্য | শাঠ্য | জাড্য | আঢ্য | (পৃঃ ৫) |
| (৪) | কৰ্কৰীয়া | খৰ্খৰীয়া | পাৰ্গত | অৰ্ঘা | |
| | কৰ্চ্চন | তৰ্জ | তুৰ্তুৰীয়া | সৰ্থৈ | (পৃঃ ৮) |
| (৫) | চক্ৰ | তুখ্ৰং | গ্ৰহ | ঘ্ৰাণ | |
| | বজ্ৰ | সত্ৰ | ৰুদ্ৰ | প্ৰাণ | (পৃ° ১০) |
| (৬) | ৰুক্মিনী | আত্মা | পদ্ম | জন্ম | |
| | শাল্মলি | শ্মশান | স্মৰণ | ব্ৰহ্ম | (পৃঃ ১২) |

বাক্যৰ উদ্ধৃতি—

(ক) মেজাঙ্কৰি এবিধ মুগা, তাৰ পৰা কাপৰ হয়।
কিঙ্খাপ মাৰি ফুৰা মানুহক কেওৱে ভাল নেপায়।

(খ) সম্ভাষনি হলে সকলো কথাৰ মান গুচে।
অযুক্ত কথাত মাত্তি নহবা।

(গ) বাঞ্ছা এখন ভোটৰ দুৱাৰ।
লোকক হিংসা কৰা মানুহৰ উৎপত্তি নাই।

(ঘ) বাক্যৰ দুখীয়া কেও নহয়
কেটেৱা মাত কাৰো সহ্য নহয়।

(ঙ) কৰ্কৰীয়া মাটিত পানী পৰিলে বেগতে শুকায়।
টুটকীয়া মানুহ সৰ্পৰ সমান।

(চ) মানুহৰ অৱস্থা ৰথৰ চক্ৰৰ দৰে ঘূৰি থাকে।
সকলো কাম তুম্ভংকৈ কৰিবা

(ছ) এই জগতক যি জনাই গঢ়িলে তেৱেঁই ব্ৰহ্ম।
সূক্ষ্ম ৰূপে নুবুজি একো নকৰিবা।

নীতিপাঠৰ চানেকি—

ওপৰলৈ চাই বাট বুলিলে মানুহে উজুটি খায়।
ডেকা কালত সাঁচিবা; বুঢ়া হলে ভাগি খাবা।
সময় এবাৰ গলে আৰু উলটি নাহে; এতেকে এখন্তেকো অবাবত নিনিয়াবা।
বেয়া মানুহৰ লগ নলবা। বেয়াৰ লগত থকাতকৈ অকলৈ থকা ভাল।
কাকো হিংসা নকৰিবা। হিংসাৰ সমান পাপ নাই।
ভাবে পৰিলে শত্ৰুকো ক্ষেমিবা। ক্ষমাই মানুহৰ গৌৰৱ বঢ়ায় (পৃঃ ১৫-১৬)

আদিপাঠ শেহছোৱা ২৩ পিঠিৰ পুথি। এইখন সহজ-সৰল নীতিকথাৰ পুথি। শেহছোৱাৰ পাঠসমূহ হল—সজ আলচ, লৰা-কালহে বিদ্যা শিকাৰ সময়, ভাইয়াঁ-ভনীয়াঁক মৰম কৰিবা, তোমাৰ পিতৃ-মাতৃক সেৱা-ভক্তি কৰিবা, দুখীয়াক পুতৌ কৰিবা। বুঢ়া মানুহক ইতিকিং নকৰিবা, কাকো খিয়াল নকৰিবা, খং নকৰিবা, পটন্তৰ, আপদৰ পৰা মানুহক ৰক্ষা কৰিবা, মনাৰ যিমান ভাগৰ খেদাবো সিমান, গছৰ জীৱ, গৰু-পহু, কৃষ্ণসাৰ, উট, ফেঁচা, চেঁৰা-চৰাই, লাই পালে লৰা ওচে আৰু আপোনাৰ ব্যৱসায় নেৰিবা। পাঠসমূহ বিশ্লেষণ কৰিলে দেখা যায় যে সেইবোৰে লৰা-ছোৱালীক চৰিত্ৰ গঠনত সহায় কৰে। উদাহৰণ স্বৰূপে 'বুঢ়া মানুহক ইতিকিং নকৰিবা' (পৃঃ ৫) পাঠটোৰ উদ্ধৃতি দিয়া হ'ল—

"বুঢ়া বয়সৰ কাৰণে কুঁজা হোৱা মানুহ এটা লাখুটিত ভৰ দি বাটেদি গৈ আছিল। এটা ধেমেলীয়া ডেকা লৰাই তাক দেখা পাই মাত লগালে, বোলে, "হেৰা বুঢ়া আপ! তোমাৰ ধেনুখানি কিমান লৈ বেচিবা?" এই কথা শুনি বুঢ়াই উত্তৰ দি বুলিলে, "বলিয়া ধন ভাঙ্গ কিয়? অলপ বাট চা মোৰ সমান বয়স হলে, এনে এখান ধেনু শুদাই পাবি" তাতে বুঢ়া হলে সকলোৰে, যে তেনে অৱস্থা হয়, আৰু তাৰো হব পাৰে এই কথা গমি চাই ডেকাই লাজ আৰু মনত বেয়া পালে"।

এই পুথিৰ 'আপোনাৰ ব্যৱসায় নেৰিবা' শীর্ষক পাঠটো আজিও অসমীয়া জাতিৰ কাৰণে তাৎপর্যপূর্ণ। এই পাঠৰ সাম-ৰণিত আছে, "হে মোৰ প্রিয় ল'ৰাটিহঁত! তোমালোকে পাৰা মানে লিখিব পঢ়িবলৈ শিকা, আৰু তাকে জানিলে আপোনাৰ ৰূপা ককাৰ বৃত্তিলৈ ঘিণ নকৰিবা। কিন্তু সেই কাম আগত-কৈও ভালকৈ কৰিবাৰ উপায় চিন্তিবা; তেহে তোমালোকৰ আৰু দেশৰো সুখ বাঢ়িব। তাকে নকৰি বিষয়লৈ বাউল হলে কিবা জানি দুই ফালে হেৰুৱাই বৰ দুখত পৰিবা। পাচত পেট পুহিবৰ কাৰণে চুৰ কৰা ডকা দিয়া আদি অগৰ কৰি বন্দীশাললৈ যাব লাগিবও পাৰে। অলপ পঢ়িব জানি আপোনাৰ ব্যৱসায়লৈ ঘিণ কৰা কেতবিলাক মানুহৰ তেনে দশা হোৱা দেখা গৈছে। বিশেষ বিষয় ছাইৰ আলি। আজি আছে কালিলৈ নাই; কিন্তু হাতৰ কাম হলে 'যাৱে জীৱন্তি'। আৰু লোকৰ চাকৰ হৈ ঘোৰাত উঠি ফিচাহি মৰাতকৈ বৰে হাতে অৰ্জা ভাত খাই খোজ কাঢ়ি ফুৰা ভাল, এই কথালৈও মন কৰিবা।" আমাৰ জাতীয় জীৱনত এই পাঠৰ গুৰুত্ব অধিক।

মুঠৰ ওপৰত অসমৰ পঢ়াশালিত অসমীয়া ভাষা প্রচলন হোৱা কালত তেওঁ অসমীয়া লৰাৰ আদিপাঠ তিনিছোৱা ৰচনা কৰি সেই সময়ৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিছিল। আদি-পাঠৰ ভাষা? এতিয়া অসমীয়া গদ্যৰীতিৰ বৈচিত্র্য, ঐশ্বর্য্য প্রকাশ-ক্ষমতা অনেক বাঢ়িছে। তথাপি হেমচন্দ্ৰৰ কাপত সেই ৰীতিৰ উৎস মুখ, তাৰ ভাষা যেনে নিৰ্ম্মল আৰু শীতল, স্বচ্ছ আৰু স্বাদু তেনেধৰণৰ এতিয়া আৰু পোৱা নেযায়। তেওঁৰ

আদিপাঠ তিনিছোৱাৰ পৰা অসমীয়াৰ যিমান উপকাৰ হৈছে এনে আন কোনো কিতাপৰ পৰা সিমান হোৱা নাই। 'ৰাতি পুৱাল বেলি ওলাল' (পৃঃ ১৪) শুনিলেই যেন 'কিতাপ-ফলি'ৰ কথা মনলৈ আহে, "নপঢ়া লৰা আজলা হয়" কথাষাৰে লৰা ছোৱালীক পঢ়িবলৈ উদ্গনি দিয়ে।

**অসমীয়া লৰাৰ ব্যাকৰণ—**

তেওঁ 'অসমীয়া ব্যাকৰণ'খনকে ছাত্ৰৰ উপযোগীকৈ ৰচনা কৰি 'অসমীয়া লৰাৰ ব্যাকৰণ' নামত প্ৰকাশ (পুহ, ১৮০৪ শক) কৰে। তেওঁ এই পুথিৰ পাতনিত লিখিছে, "ইয়াৰ আগেয়ে মোৰ দ্বাৰা যে এখন 'অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰচাৰিত' হৈছে, সি প্ৰথমে অসমীয়া ভাষা শিকিবলৈ আৰম্ভ কৰা লৰা আৰু পাৰ্বতীয়া পঢ়াশালিত (Primary School) পঢ়া ছাত্ৰ বিলাকৰ নিমিত্তে কঠিন আৰু বহুল যেন বোধ হোৱাত সিবিলাকৰ উপ-কাৰৰ কাৰণে এই সংক্ষেপ ব্যাকৰণ যুগুত কৰা গল; এই পুথিত অসমীয়া ভাষাৰ জানিবলগীয়া প্ৰায় সকলো কথাকে মুঠকৈ দিয়া হৈছে। লৰাবিলাকে ব্যাকৰণৰ সূত্ৰবোৰ মুখস্থ কৰিবলৈ টান পায়: এই কাৰণে ইয়াত সূত্ৰ নিদি শিকিব লগীয়া কথাবোৰ প্ৰায়ে উদাহৰণৰ দ্বাৰা বুজাবলৈ যত্ন কৰা হৈছে। এতেকে মই আশা কৰিছোঁ যে, যিবিলাকৰ নিমিত্তে এই পুথি লিখা হৈছে ইয়াৰ দ্বাৰা সিবিলাকৰ উপকাৰ জন্মিব। এই ব্যাকৰণত অধিকাৰ হলে যি লোকে আমাৰ ভাষাৰ আৰু অধিক এবং বিশদ জ্ঞান লভিবলৈ বাঞ্চা কৰে, তেওঁ মোৰ প্ৰচাৰিত ডাঙৰ ব্যাকৰণ পঢ়িব পাৰিব আৰু তাৰ দ্বাৰা উপকাৰো পাব॥"

অসমীয়া লৰাৰ ব্যাকৰণত একুৰি সোতৰটা শিতানত (অসমীয়া ব্যাকৰণত চল্লিশটা) ব্যাকৰণৰ কথাবোৰ আলোচনা কৰা হৈছে। কিন্তু এই ব্যাকৰণত সংস্কৃত ব্যাকৰণৰ সূত্ৰৰ উদ্ধৃতি নাই। এই ১২৩ পিঠিৰ ব্যাকৰণখন অনেক কাল বিদ্যা-লয়ৰ পাঠ্যপুথি ৰূপে চলি আছিল।

তেওঁ অসমীয়া ব্যাকৰণৰ চুৰ্ণিকাত কৈছে, "নগাওঁ আৰু তেজ-পুৰৰ মানুহে আমালোকে, আমালোকক এইদৰে লিখে, কিন্তু সেইবিলাক

পদ অশুদ্ধ" ( পৃঃ ৪৩ ) আৰু তেওঁৰ অসমীয়া লৰাৰ ব্যাকৰণতো প্ৰায় একেধৰণৰ কথা আছে ( পৃঃ ৪৯ )। কিন্তু এই অশুদ্ধ প্ৰয়োগ আজিও চলি আছে। 'সম্বন্ধ থকা মানুহক বুজাবলৈ দ্বিতীয় পুৰুষৰ শব্দবিলাক লিখা সম্পৰ্কে তেওঁ অসমীয়া লৰাৰ ব্যাকৰণত কৈছে যে সম্বন্ধবোধক আকাৰান্ত শব্দৰ পিছত'ৰা' হয়। যেনে তোমাৰ ( মা ) মা'ৰা, তোমাৰ ( পুত্ৰ ) পুতেৰা, তোমাৰ ( ভাই ) ভায়েৰা বা ভাইয়া ( পৃঃ ৮৫ )। আধুনিক কালত এই নিয়ম মানি চলা দেখা নেযায়।

পাঠ-মালা—এইখন পুথি 'অসম দেশৰ পঢ়াশালিবিলাকত পঢ়াবৰ নিমিত্তে' হেম চন্দ্ৰ বৰুৱাৰ দ্বাৰা 'নানা, সংস্কৃত আৰু ইং-ৰাজী পুথিৰ পৰা সংগৃহীত আৰু অসমীয়া ভাষাৰে ৰচিত'। গ্ৰন্থকৰ্ত্তাই পাতনিত লিখিছে, "আগেয়ে অসমীয়া ভাষা সকলোৱে অনাদৃত হৈ থকাৰ নিমিত্তে সেই ভাষাৰে কোৱে পুথি ৰচনা নকৰিছিল, এই কাৰণ আমাৰ ভাষাত পঢ়িবৰ উপযুক্ত পুথি নাই বুলিলেও মিছা কোৱা নহয়। কিন্তু এতিয়া তাৰ প্ৰতি দেশাধিকাৰ বিলাকৰ অলপ কৃপা-দৃষ্টি হোৱাত তাৰ সৌভাগ্য মিচিকিয়াইছে যেন দেখা গৈছে। এই হেতু অনেকেই ভাল ভাল পুথি লিখি তাৰ উন্নতি সাধন কৰিবলৈ ধৰিছে। কিন্তু সম্প্ৰতি অসমীয়া ভাষা শিকিবৰ নিমিত্তে 'তলৰ শ্ৰেণীৰ দেশী ভাষাৰ পঢ়শালি নামেৰে খি এক শ্ৰেণীৰ স্কুল স্থাপিত হবৰ কাৰণে অসমৰ চিফ কমিশ্যনৰ চাহাব মহোদয়ে আজ্ঞা কৰিছে, সেইবিলাক পঢ়াশালিত পঢ়াবৰ উপযুক্ত সাহিত্যৰ পুথি নথকাত বিদ্যাশিক্ষাৰ অধ্যক্ষ চাহাবৰ জাননী অনুসাৰে এই পুথি লিখা হ'ল" (পাঠ-মালা অষ্টম তাঙৰণ, ১৮৪২ শক )।

পুথিৰ প্ৰচ্ছদ-পটত কালিদাসৰ অভিজ্ঞান শকুন্তলম্ নাটকৰ প্ৰথম অঙ্কৰ আৰম্ভণিৰ সূত্ৰধাৰৰ শ্লোকৰ একাংশ উদ্ধৃতি দিছে— "আপৰিতোষাদ্বিদুষাং ন সাধু মন্যে প্ৰয়োগবিজ্ঞানম্" অৰ্থাৎ 'বিদ্বান সকল' সন্তুষ্ট নোহোৱা পৰ্যন্ত প্ৰয়োগ-কৌশলক যথাযথ বুলি মানিব নোৱাৰোঁ।' শিক্ষকসকলৰ উদ্দেশ্যে পুথিখন লিখা হৈছে সি সকল সন্তুষ্ট হলেহে লেখকৰ সফলতা। পুথিত নিজ ৰচনাৰ

উপৰি পঞ্চতন্ত্র, ৰামায়ণ, মহাভাৰত আৰু বিভিন্ন ইংৰাজী পুথিৰপৰা আহৰিত বিষয়-বস্তু আছে। এই ১৩২ পিঠিৰ পুথি বিষয়-বস্তু অনুসৰি পঁচোটা আধ্যাত বিভক্ত। প্ৰথম আধ্যাত এঘাৰটা পাঠ আছে। ইয়াৰে প্ৰথম দুটা নীতিসাৰ (নানা সংস্কৃত আৰু ইংৰাজী পুথিৰ পৰা), চাৰিটা ঈচপৰ উপকথা, পঞ্চতন্ত্ৰৰ সাধু আৰু দুটা নিজ ৰচনা নীতিমূলক উপকথা; দ্বিতীয় আধ্যাত আছে আঠোটা চিন্তামূলক প্ৰবন্ধ; তৃতীয় আধ্যাত ইংৰাজী পুথিৰ সহায় লৈ ৰচনা কৰা জীৱ-জন্তু বিষয়ক চৈধ্যটা প্ৰবন্ধ। যেনে, জন্তু বিলাকৰ স্বভাৱ আদি, হাতী, গড়, পানী-খোঁৰা, কেঁচেলা, বৰটোকোলা, উৰণীয়া মাছ, মৌ-মাখি ইত্যাদি: চতুৰ্থ আধ্যাত দুটা জীৱনী, বৃক্ষ ধাতু আদি বিষয়ক বাৰটা প্ৰবন্ধ আছে। যেনে, বৃক্ষৰ স্বভাৱ—আদি, বটগছ, কফিগছ, কাঠফুলা ধাতু আদি, স্বভাৱৰ আচৰিত দৰ্শন, ৰাজা ৰামমোহন ৰায় আৰু আনন্দৰাম ফুকনৰ জীৱন-চৰিত্ৰ; আৰু পঞ্চম আধ্যাত ৰামায়ণ, মহাভাৰত আৰু মাৰ্কণ্ডেয় পুৰাণৰ আধাৰত লিখা এঘাৰটা আখ্যান।

পুথিৰ আৰম্ভণিতে 'বালক বালিকাৰ প্ৰতি সম্বোধন' কৰি কৈছে,—"হে প্ৰিয় লৰাবিলাক! তোমালোকে দেখিছা যে, আমাৰ দেশাধিকাৰসকলে তোমালোকৰ হিতৰ নিমিত্তে ধন ভাঙ্গি পঢ়াশালি পাতি দিছে। এনে সুচল পায়ো যদি তোমালোকে বিদ্যা আৰ্জি জ্ঞানী নোহোৱা, তেন্তে সি কেৱল তোমালোকৰ দোষ। তোমালোকে জানিবা, লৰা-বয়সত হে বিদ্যা শিকিবৰ সময়। সেই অমূল্য সময় যদি এলাহত বা খেমালিত খেদোঁৱা, তেনে হলে বুঢ়াকালত শোক কৰিব লাগিব। সময় পাখি লগা কাঁড়ৰ দৰে উৰি যায়, আৰু গলে বহুত ধন-বস্তু দিও তাক ওলটাই আনিব নোৱাৰি। এতেকে, এতিয়া তোমালোকৰ হাতত যি সময় আছে, তাক জ্ঞান-বিদ্যা শিকাত নিযুক্ত কৰিলে সি ধৰি ৰখাৰ তুল্য হব; নাইবা শুদায় উৰি যাব, আৰু তাক নোপোৱা" (পৃঃ ১)।

নীতি-সাৰৰ বচনখিনিও মূল্যবান আৰু শিক্ষাপ্ৰদ। যেনে—

৫। 'যেনেকৈ সোণৰ লগত পৰিলে কাচেও উজ্জ্বল বৰণ ধৰে সেইৰূপে সজ্জনৰ লগত থাকিলে মূৰ্খও পণ্ডিত হয়।' (পৃঃ ২)

১৩। 'কটা গছবো গজালি ওলায়, ক্ষীণ হোৱা চন্দ্র ও পুণৰায় পূৰ হয়; এই কথা গমি চাই সন্তসকল বিবশত পৰিলেও, বিবশ নহয়' (পৃঃ ৩)

১৪ 'পৰৰ উপকাৰ কৰাৰ সমান পুণ্য, আৰু হিংসা কৰাৰ সমান পাপ নাই।' (পৃঃ৫)

পাঠমালাৰ গদ্য-ৰীতি, সৰস, প্ৰাঞ্জল আৰু ওজস্বীপূৰ্ণ। নীতি-শিক্ষাৰ উপৰি চৰিত্ৰ গঠনৰ সমল এই পুথিত আছে।

স্বাস্থ্য—ৰক্ষা— স্বাস্থ্য-ৰক্ষা বা গা ভালে ৰাখিবৰ উপায় পুথিখন ইংৰাজী 'ৱে টু হেলথ' (way to Health) পুথিৰ ভাঙনি। এইখনেই স্বাস্থ্য বিষয়ৰ লাগতিয়াল কথা থকা প্ৰথম অসমীয়া পাঠ্যপুথি। ''ইয়াত বিশুদ্ধপানী, নিৰ্ম্মল পানী, উত্তম খাদ্য, পোহৰ, পিন্ধা কাপোৰ, অঙ্গচালন, টোপনি, ভাল ঘৰ, নগৰ আৰু গাওঁ ৰক্ষা, আকস্মিক ঘটনাৰ পীড়া, ওপজা আৰু মৰাৰ লেখ, অভ্যাসৰ আৱশ্যক ইত্যাদি বিষয়ক ল'ৰাৰ উপযোগীকৈ লিখা উপদেশ আছে'' (পৃঃ৬৯) ৭।

অপ্ৰকাশিত পুথি —সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী প্ৰণীত হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিতৰ পৰা জনা যায় যে হেমচন্দ্ৰ বৰুৱাই 'তুলনামূলক ব্যাকৰণ' আৰু 'কামৰূপ তন্ত্ৰ' নামৰ দুখন পুথি ৰচনা কৰে, কিন্তু সেই দুখন পুথি প্ৰকাশ নহল। অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ এই ভ্ৰান্ত ধাৰণা দূৰ কৰিবৰ নিমিত্তে তেওঁ অসমীয়া আৰু বঙলা ভাষাৰ এইখন তুলনামূলক ব্যাকৰণ ৰচনা কৰে। তেওঁৰ পোহনীয়া বান্দৰ এটাই সেই ব্যাকৰণৰ বহীখন ফালি-চিৰি পেলোৱা দেখি তাক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰোঁতে বান্দৰৰ আঁচোৰত তেওঁৰ মুখখন হেনো উখহি গৈছিল। এইদৰেই এখন মূল্যবান গ্ৰন্থ নষ্ট হ'ল। ১৮৮৩ খ্ৰীষ্টাব্দত চৰকাৰে তেওঁৰপৰা কামৰূপৰ তন্ত্ৰসমূহৰ এটা চমু টোকা বিচাৰিছিল, আৰু সেই প্ৰসঙ্গত তেওঁ 'কামৰূপ তন্ত্ৰ' যুগুত কৰিবও পাৰে। এই টোকাত সন্নিবিষ্ট তন্ত্ৰসমূহ হ'ল লিঙ্গাৰ্চ্চন তন্ত্ৰ, ৰাধা তন্ত্ৰ, সাৰদাতিলক তন্ত্ৰ, গায়ত্ৰী তন্ত্ৰ, মৎস্য সুক্তন্ত্ৰ, তন্ত্ৰসাৰ, গৌতমীয় তন্ত্ৰ আৰু যোগিনী তন্ত্ৰ।

এইদৰে হেমচন্দ্ৰ বৰুৱাই তিনিখনকৈ অভিধান আৰু ব্যাকৰণ ৰচনা কৰি আমাৰ ভাষাক বৈজ্ঞানিক ভেটিত প্ৰতিষ্ঠা কৰাৰ উপৰি অসমীয়া ভাষা পুনৰ প্ৰচলনৰ কালত পাঠ্যপুথি প্ৰণয়ন কৰি, অসমীয়া ভাষাৰ প্ৰয়োজনীয় অভাব পূৰণ কৰি 'সময় বাঢ়িত' খোজ থৈ-গ'ল।

## গদ্য-ৰীতি

"Style, I repeat, is a means by which a human being gains contact with others; it is personality clothed in words, character embodied in speech."—F. V. Lucas.

হেমচন্দ্ৰৰ গদ্য-ৰীতি আলোচনা কৰাৰ পূৰ্বে অসমীয়া গদ্যৰ উদ্ভৱৰ কথা আলোচনা কৰাটো অপ্ৰাসঙ্গিক নহ'ব। বৈষ্ণৱ সাহিত্য আৰু বুৰঞ্জী সাহিত্যত অসমীয়া গদ্যৰ উৎস বিচাৰি পোৱা যায়। বৈষ্ণৱ গদ্য আৰু বুৰঞ্জী গদ্যই প্ৰায় সমসাময়িকভাৱে সত্ৰ আৰু ৰাজসভাৰ পৰিৱেশত উৎকৰ্ষ লাভ কৰে। ভট্টদেৱৰ সময়ৰ পৰা আজিলৈকে অসমীয়া গদ্য-সাহিত্যৰ ধাৰাবাহিক গতি চলি আহিছে। প্ৰথম অৱস্থাত বুৰঞ্জীবোৰ সমসাময়িক বৈষ্ণৱ গদ্যৰ আৰ্হিত লিখা-গৈছিল। পৰবৰ্তী কালত লেখকসকলে ব্যাৱহাৰিক ভাষাত বুৰঞ্জী লিখাৰ প্ৰয়াস কৰাৰ লগে লগে বুৰঞ্জীৰ গদ্যও সহজ হৈ পৰিল। অষ্টাদশ আৰু উনবিংশ শতিকাত লিখা বুৰঞ্জীবোৰত ঘৰুৱা বচন-ভঙ্গী আৰু জতুৱা ঠাঁচ বেছিকৈ পোৱা যায়। আধুনিক অসমীয়া কথা-সাহিত্যৰ ক্ৰমবিকাশৰ ইতিহাসত বুৰঞ্জী গদ্যৰ প্ৰভাৱ বৃজন পৰিমাণৰ।

ইংৰাজে এই দেশ অধিকাৰ কৰাৰ উত্তৰ কালৰ অসমীয়া গদ্যৰ চানেকি বুলিলে আমি আমেৰিকান বেপ্‌টিষ্ট মিছনেৰী-সকলৰ ৰচনাকে আঙুলিয়াব লাগিব। তেওঁলোকৰ ভাষাত এটা আচহুৱা গুণ আছে। তেওঁলোকৰ 'অৰুণোদই' (১৮৪৬—৮২ খৃঃ)

কাকতেই অসমীয়া সাহিত্যত আধুনিকতাৰ কঠিয়াতলী। এই কাকতেই অসমীয়া ভাষা যে সুকীয়া তাকো প্ৰতিপন্ন কৰিলে।

"শিৱসাগৰত থকা পাদুৰী চাহাবসলে আমাৰ সেই সময়ৰ ভাষাৰ শব্দাৱলীও বহুত পোহ দিলে। তেওঁবিলাকে ইংৰাজী ভাষাৰ আহি আৰু ভাব লৈ বহুত কথা সাজিলে; আৰু ওচৰৰ পশ্চিমবৰ্তীয়া ঠাইৰ মাতকথাও আমাৰ ভাষাত বহুত লগালে" (পৃঃ ৩৩৭) ২৯। অসমীয়া ভাষাত ব্যৱহাৰ নোহোৱা কিছুমান সুৱলা শব্দও তেওঁলোকে ঘহি মাজি ব্যৱহাৰৰ উপযুক্ত কৰিলে, কিন্তু তেওঁলোকে যি ভাষা লিখিলে সেইটো অসমীয়া ভাষাৰ সহজ অৱস্থা নহয়। হেমচন্দ্ৰ গোস্বামীয়ে কৈছে, "তেওঁ-বিলাকে আমাৰ ভাষাক এটা সুৰ শিকাই গল। এই সুৰটি আগেয়ে অসমীয়া ভাষাই নেজানিছিল—সি ইংৰাজী সাহিত্যৰ নিজা সম্পত্তি। ... অসমীয়া ভাষাক ইংৰাজী সাঁচত চালি এই সম্বন্ধটি ঘনিষ্ঠ কৰিলে, তাৰ বাবে তেওঁবিলাক অসমীয়া মানুহৰ চিৰস্মৰণীয় হৈ থাকিব" (পৃঃ ১৩৩—৩৪) ২। অৰুনোদইৰ ভাষাৰ ঠাঁচ কথিত ভাষাৰ দৰে সৰল আৰু আখৰ-জোঁটনি কাণত শুনা কথা অনুসৰি গঢ়ি তোলা, অৰ্থাৎ উচ্চাৰণ অনু-সৰিহে বৰ্ণবিন্যাস হৈছিল।

মিছনেৰী সকলৰ বৰ্ণবিন্যাস সম্পৰ্কে সম্পাদক ব্ৰাউনে অৰুনোদইত (৯মবছৰ, এপ্ৰিল ১৮৫৪) 'ষ্টাইল্ এণ্ড ম'ড অব্ স্পেলিং (Style and Mode of Spelling) শীৰ্ষক প্ৰবন্ধত লিখে।

"কিন্তু আমি কেবল পণ্ডিতলৈ লিখা নহই, সকলো মানুহৰ নিমিত্তে লিখিচোঁ। সংস্কৃত আৰু ভাষা মিহলি কৰিলে, আমি ভাল নেদেখোঁ; সংস্কৃত হলে সুধ সংস্কৃতেই হব লাগে; ভাষা হলে সুদা ভাসা হব লাগে। সংস্কৃতত প্ৰাই সজোগি আখৰ, ভাসাত গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্কৃতৰ সকলো মাত ভিখা দৰে ফুটিচিল; এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নুফুটে।

ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই। জ,য় জৰ, এই দুইৰো একেটা উচ্চাৰন; এই হেতুকে অন্তস্থ য়ৰ বাহিৰে আন য নিলিখোঁ। শ, ষ, স, তিনিটাৰে একে মাত; শ্ৰী শ্ৰীৰ একো ভেদ নে দেখোঁ; আমি কেবল সহে লিখোঁ ন, ণ, আৰু হ্ৰস্ব দিৰ্ঘতো এই দৰে বুজিবা। ভাষাত ৰণ নো বোলে, ৰন হে বোলে; পানী হলে পানি বোলে; পাপীৰ ঠাইত পাপী; কূলৰ ঠাইত কুল, সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু ৰেফৰ পাচত এটা আখৰ দুটাকৈ নুফুটে; পৰ্বত নো বোলে, পৰ্বতহে বোলে; সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম মুখত নোলাই; সৰ্ব, ধৰ্ম, কৰ্ম মৰ্ম্ম নাইবা ধৰম, মৰম, কৰম, এই ৰূপে ওলাই। শ্লোক লিখিলে সংস্কৃতৰ ভাৱেৰে অবশ্যে লিখিব লাগে; ভাসাত হ.ল আমাৰ দাই নধৰিবা। আৰু আমাৰ অৰুনোদইত যদি কোনো কোনো কথা ভাল নেদেখা, তেন্তে তাক এৰি ভালখিনি গ্ৰহন কৰিবা; যেনেকৈ শ্লোকত লিখা আছে" (পৃঃ ১০২ ) ২।

ওপৰৰ উদ্ধৃতিৰ পৰা মিছনেৰীবিলাকৰ গদ্য-ৰীতিৰ আভাস পোৱা যায়। তেওঁলোকৰ ভাষাত আচহুৱা গুণ থাকিব পাৰে নাইবা জতুৱা ঠাঁচ বা খণ্ডবাক্য প্ৰয়োগত কিছু আউল লাগিব পাৰে, সেয়ে হলেও তেওঁলোকৰ গদ্য 'কেচুৱাৰ ঠুনুক ঠানাক মাতৰ দৰে মিঠা'। "তেওঁলোকৰ চুটি অথচ ভাবপূৰ্ণ, আড়ম্বৰহীন, পোনপটীয়া সৰল বাক্য আদি বিশেষকৈ ইংৰাজী সাহিত্যৰ দান। অৰুণোদয়'ৰ দুৱাৰেদি ইংৰাজী সাহিত্যৰ পৰা আমাৰ সাহিত্যত আধুনিকতাৰ জিলিঙনি পৰে।

"অসমীয়া বুৰঞ্জীগদ্য যিমানেই নিভাঁজ আৰু নিখুঁত হওক বুৰঞ্জীৰ বাহিৰে বিজ্ঞান, দৰ্শন, ধৰ্ম্ম, আইন আদি বিভিন্ন বিষয়ত তাৰ প্ৰচলনৰ পৰীক্ষা হোৱা নাছিল; আৰু পাদ্ৰী বা খ্ৰীষ্টান বোলা গদ্য তেনে নানান বিষয়ৰ ব্যৱহাৰত চলিলেও, সি ৰচনা-ৰীতি আৰু খণ্ডবাক্যৰ প্ৰয়োগ আদিত নিখুঁত নাছিল। এই দুয়োবিধ গদ্যৰে আসোঁৱাহ গুচাই সুস্থ আৰু সবলকৈ আধুনিক অসমীয়া ৰচনাত পাদ্ৰীসকলৰ মেৰৰ

ৰাহিৰৰ পৰাও দেশীয় শিক্ষিত ডেকাসকলে হাত দিবলৈ ধৰিলে" (পৃঃ ১১৮—১৯) ২৭। এই ডেকাসকলৰ ভিতৰত অগ্ৰণী হল আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯—৫৯), যিজনক আধুনিক অসমীয়া গদ্যৰ পিতৃ আখ্যা দিয়া হয়।

তেওঁৰ পৰাই 'আধুনিক অসমীয়া সাহিত্যৰ ক্ৰম বিকাশৰ পাতনি' বুলিব পাৰি। 'অৰুনোদই' সংবাদ পত্ৰত সাহিত্য-দীক্ষা গ্ৰহণ কৰিলেও তেওঁক আধুনিক অসমীয়া গদ্যৰ আদি প্ৰৱৰ্ত্তক বোলা হয়। তেওঁ এজন শক্তিশালী লেখক। পাশ্চাত্য শিক্ষা লাভ কৰা ঢেকিয়াল ফুকনৰ ৰচনাত তেওঁৰ অজ্ঞাতসাৰে ইংৰাজী বাক্য-ৰীতিৰ প্ৰভাৱ বিৰিঙি উঠে। 'ইংলেণ্ডৰ বিবৰণ' (অৰু-নোদই. দ্বিতীয় বছৰ, ৪ৰ্থ সংখ্যা এপ্ৰিল, ১৮৪৭ খ্ৰী) প্ৰবন্ধটো তেওঁৰ গদ্যৰ শ্ৰেষ্ঠ নিদৰ্শন।

"হে অসম দেশ নিবাসি লোকসকল, তোমালোকে অলপ গমি চালেই জানিবা যে তোমালোকৰ দুৰঅৱস্থাৰ হেতু তোমা-লোকেই। দেখা প্ৰথমতে এই জগতত বিদ্যাৰ সমান আমাৰ মিত্ৰ নাই। কিয়নো তাক জানিলে আমি গিয়ান পাওঁ আৰু গিয়ান হলে ইহকালত আদৰ সন্মান পাম। এনে যে অমূল্য ৰতন বিদ্যা তাৰ তোমালোকে একো মূল নেপাই মিচইকে অৱহেলা কৰিচা। তোমালোক পুৰপুৰুষ সকলে এক প্ৰকাৰে বিদ্যাৰ আলোচনা কৰিচিল আৰু সেই নিমিত্তে সিবিলাকৰ অনেক গিয়ান আচিল; কিন্তু এতিয়া তোমালোকে কি সংস্কৃত কি ইংৰাজি একে বিদ্যা নপঢ়ি পূৰ্ব্বৰ হোজা স্বভাও এৰি অগিয়ান আৰু চৌৰৰ স্বভাও লবৰ উপক্ৰম কৰিচা। আমাৰ ইংৰাজ অধিপতি সকল কেনে বিদ্যোত্তসাহি, সিবিলাকে ৰকিম বিদ্যা সিকাই বঙ্গদেশক সভ্য কৰিব ধৰিচে, তোমালোকেকো সেইদৰে অনুগ্ৰহ কৰিব খোজে। কিন্তু গৰুক মানিক দিয়াৰ দৰে তোমালোকে সেই অনুগ্ৰহ নেজানা আৰু আপুনি ধন জাহিত্ত কৰ্ম্মহা। হাই হাই, কি আক্ষেপৰ কথা! হে প্ৰিয় মিত্ৰ, সকল, যদি সভ্য আৰু গিয়ানি আৰু সুখি হবৰ বাঞ্চা কৰা তেন্তে টোপনিৰ পৰা উঠা।"

ওপৰৰ উদ্ধৃতিবপৰা দেখা যায় যে চেকিয়াল ক্ৰুকনে আমেৰিকান বেপটিষ্ট মিছনেৰীসকলৰ আখৰ-জোটনি ৰীতিকে অনুসৰণ কৰিছিল। কিন্তু আত্মাৰাম শৰ্ম্মা অনূদিত আৰু শ্ৰীৰামপুৰ মিছনৰ পৰা প্ৰকাশিত (১৮১৩চন) বাইবেল তথা 'গ্ৰীক ভাষাৰ পৰা তৰ্জ্জমা' কৰা 'ধৰ্ম্মপুস্তক'ৰ আখৰ-জোটনি ৰীতি স্বাভাৱিক অৰ্থাৎ ক'তো আঁৰ নাই (পৰিশিষ্টৰ ফটোষ্টেট কপি চাওক)। চেকিয়াল ক্ৰুকনৰ গদ্যত ইংৰাজী বাক্যৰীতি আৰু অতুৰা ঠাঁচৰ প্ৰভাৱ পৰিলক্ষিত হয়। তেওঁ আধুনিক অসমীয়া গদ্য-ৰীতিৰ এজন স্থপতি।

হেমচন্দ্ৰ বৰুৱাতকৈ বয়সত সৰু গুণাভিৰাম বৰুৱাই (১৮৩৭-৯৪) দায়িত্বপূৰ্ণ চৰকাৰী চাকৰিত ব্যাপৃত থাকিও অসমীয়া ভাষাৰ উন্নতিৰ হকে যি আপ্ৰাণ প্ৰচেষ্টা কৰিলে, তাৰ বাবে তেওঁ স্মৰণীয় হৈ থাকিব। তেওঁ হেমচন্দ্ৰৰ 'উৎসাহদাতা আৰু উপদেশক' আছিল।

"অসমীয়া ডেকাবিলাকে যে বঙ্গালী বাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগবাঢ়িল, তাত মহাত্মা আনন্দৰাম চেকিয়াল ফুকনৰ পাচতে গুণাভিৰাম বৰুৱা পথ-প্ৰদৰ্শক হৈছিল"।

তেওঁৰ বুৰঞ্জী, জীৱন-চৰিত্ৰ আৰু নাটকত আধুনিক অসমীয়া ভাষাৰ আদি অৱস্থাৰ এটি আভাস পোৱা যায় আৰু এই ভাষাই হেমচন্দ্ৰৰ হাতত সুঠাম গঢ় ললে। গুণাভিৰামে চেকিয়াল ফুকনৰ ৰীতিকে অনুসৰণ কৰিলেও তেওঁৰ ৰচনাত সহজ অসমীয়া গদ্যৰ আঁহি পোৱা যায়। যেনে—

(ক) বিদ্যা শিক্ষাৰ প্ৰতি ফুকনে বৰ উৎসাহ দিছিল। স্কুল সংস্থাপনৰ বিষয়ে বৰ উদ্যোগ কৰিছিল। তেতিয়া নগাঁওত ইংৰাজী স্কুল নাছিল সেই কাৰণে তেওঁৰ নিজৰ ঘৰতে এটি ইংৰাজী স্কুল পতাইছিল। তাতে এজন শিক্ষকে প্ৰতিদিনে পুৱা-সন্ধ্যা ছাত্ৰসকলক শিক্ষা দিছিল। গুণাভিৰামে কলিকতাৰ পৰা অহাত ফুকনৰ উৎসাহতে জ্ঞান-প্ৰদায়িনী নামে এটা সাপ্তাহিক সমাজ পাতিছিল। তাত সপ্তাহে সপ্তাহে দেশীয় কিছুমান ভদ্ৰ-

লোক সৈ নানাবিধ আলোচনা কৰিছিল। স্ত্ৰী শিক্ষাৰ প্ৰতি তেওঁৰ বৰ শ্ৰদ্ধা আছিল। নিজৰ পত্নীক নিজেই শিক্ষা দিছিল আৰু নিজৰ কন্যা পদ্মাৱতীক পঞ্চম বৰ্ষত বিদ্যাৰম্ভ কৰিছিল। স্ত্ৰী-পুৰুষ উভয়ে মনুষ্য, এতেকে স্ত্ৰীবিলাক অশিক্ষিতা থাকিলে পুৰুষ অৰ্দ্ধাঙ্গী ৰোগ গ্ৰস্তৰ দৰে থাকে এইটি তেওঁৰ মত" (আ. ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃঃ ১৬৯)।

(খ) "১৮৩৯ চনৰ পৰা কলিকতাৰ মেকনিল কোম্পানীয়ে জাহাজেৰে ডাক অনা-নিয়া কৰিবলৈ ধৰিলে। বিস্তাৰ ষ্টীম নেভিগেশ্যন নামেৰে এই কোম্পানী প্ৰসিদ্ধ। এই কোম্পানীটো আৰু "ইণ্ডিয়া জেনেৰেল ষ্টীম নেভিগেশ্যন" কোম্পানী দুয়ো প্ৰায় ২৫ বছৰৰ পৰা আসামত বেপাৰ-বস্তু আৰু মানুহ অনা-নিয়া কৰিছিল। কলিকতাৰ পৰা অসমলৈ অহা ডাক ৰেলেৰে যাত্ৰাপুৰলৈ আহে, তাৰ পৰা জাহাজেৰে ধুবুৰীলৈ অনা হয়। ইফালে এই সম্মিলিত কোম্পানীৰ একোখন জাহাজ গোৱালপাৰাৰ পৰা প্ৰতিদিনে উজাই আহে। সেই বাপে ডিব্ৰুগড়ৰ পৰাও একোখন জাহাজ ডাক লৈ ভটিয়াই আহে" (সৌমাৰ ভ্ৰমণ, জোনাকী, দ্বিতীয় ভাগ দ্বিতীয় সংখ্যা, পৃঃ ১৮৭)।

হেমচন্দ্ৰ বৰুৱাৰ হাতত আধুনিক অসমীয়া গদ্যই উৎকৰ্ষ লাভ কৰে। জোনাকী ৪ৰ্থ ভাগত প্ৰকাশিত তেওঁৰ 'আত্ম-জীৱন চৰিত' ৰচনাখনেই আধুনিক অসমীয়া গদ্যৰ উৎকৃষ্ট নিদৰ্শন। তেওঁ 'অৰুনোদই'ত শ্ৰীসোণাৰ চাঁদ ঢেকাৰুৱা, হ. চ. আৰু H. Chunder নামত প্ৰবন্ধ লিখে। তেওঁ মিছনেৰীসকলৰ আখৰ-জোঁটনি প্ৰণালী সমৰ্থন কৰা নাছিল। তেওঁ ডঃ নেথন ব্ৰাউন আৰু নিধি লেভি ফাৰৱেলৰ লগত এই বিষয়ে যুঁজি শেষত জয় লাভ কৰে। "অৰুণোদই নামটো ১৮৬১ চনৰ জানুৱাৰীৰ পৰা উইলিয়াম ৱাৰ্ডৰ সম্পাদিত কাগজ 'অৰুণোদয়' হল আৰু সমস্ত কাকতখনিত আজিৰ দিনৰ আহিৰ হেমচন্দ্ৰ বৰুৱা নিৰ্দ্দিষ্ট বৰ্ণ-বিন্যাস গ্ৰহণ কৰা হল। এইদৰে অসমীয়া ভাষাৰ এই প্ৰথম সাংগঠনিক ভাৱে শিহৰ কাজৰ কাৰণে মানা অনুশীলনৰ যোগে এটি অভিনৱ ঐতিহ্য সৃষ্টি কৰিলে" (পৃঃ ৮৩) ২১। তেওঁৰ 'অসমীয়া ব্যাকৰণ'খন আমেৰিকান বেপ্‌টিষ্ট মিছনে

প্ৰকাশ কৰা (১৮৬০ চন) কথাটি হেমচন্দ্ৰ বৰুৱাৰ মতৰ প্ৰাধান্য-তাকে প্ৰমাণ কৰে। তেওঁৰ গদ্যৰ চানেকি তলত দিয়া হ'ল—

(ক) "শাস্ত্ৰ মেলালে যুক্তিলৈ চালেই বিধৱাৰ বিয়াত যে কোনো দোষ নাই তাক বুজিব পাৰি আৰু শাস্ত্ৰৰো যুক্তিয়েই মূল; কিয়নো সেই শাস্ত্ৰতে লিখা আছে, 'যুক্তিহীন বিচাৰেণ ধৰ্ম্মহানি ঃ প্ৰজায়তে' এতিয়া চাওঁ কচোন—মতা-তিৰোতা, দুটা সমান জীৱ। ভোক, পিয়াহ, টোপনি, বোধ, ইন্দ্ৰি', অঙ্গ, প্ৰত্যঙ্গ, জন্ম, মৰণ দুয়োৰো সমান, তথাপি তাৰ এটাৰ যি স্বত্ব আছে, আনটোৰ সিমান নাই বোলা কথাটো কিমান অন্যায়, ইয়াক যাৰ অলপমান জ্ঞান আছে, সিও বুজিব পাৰে। ঈশ্বৰৰ বা স্বভাৱৰ নিয়মমতে বিধৱাৰ বিয়া নিষিদ্ধ হোৱা হলে স্বামীৰ মৃত্যুৰ পাচত তিৰোতাৰ মনৰ পৰা সহবাসৰ বাঞ্চা গুচি গলহেঁতেন, কিন্তু সকলোৱে জানে কেতিয়াও তেনে নহয়" (আত্ম জীবন চৰিত।)

(খ) "কোৰখনীয়া সত্ৰৰ গোবৰ্দ্ধন দেউ—আতা পৰম বৈষ্ণৱ, কংস-ৰজাৰ চন্দন-যোগোৱতী কুঁজী-বাইৰ বংশত জাত, সাক্ষাৎ গুৰু-জনৰ পৰা পৰমাৰ্থৰ ভাগ-পোৱা গোপীনাথ দেউ-আতাৰ পৰিণাতি; ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী, এই তিনিখানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ; ইয়াত বাজে গুণমালা, ভটিমা, চপয়, ছন্দ, এইবিলাক মুখে আখে ফুটাৰ দৰে ফুটে। বৰগীতত গোসাঁই-দেউ এনেহে পাৰ্গত যে, তেওঁ পুৱতীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও গীত-জৰোৱাৰ ছন্দেৰে তাল ধৰে। আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ বাগ দিয়ে। গোসাঁই-ঈশ্বৰৰ উপৰিপুৰুষসকল তিৰী-লগীয়া আছিল; কিন্তু গোসাঁই দেউৱে মধুপুৰ- থানৰ ধুলা-মালা লৈ নিৰ্ম্মল উদাসীন-ধৰ্ম্মত আশ্ৰয় কৰিছে, তিৰী জাতিৰ মুখকে নেচায়; আন কি, তিৰী-লগীয়া ভকতে অনা জলকো গ্ৰহণ নকৰে। ···আমাৰ গোসাঁই দেউৰো মহিমা কম নহয়, এতিয়া কলিৰ কাল বুলিও কিষ্কিন্ধ্যাৰ বান্দৰৰ ৰজাৰ কোঁৱৰ এজনাই গোসাঁই-দেউৰ ঠাইত মালা-মন্ত্ৰ লৈ বছেৰেকত তিনিটা চক্ৰাৰ কলমৌ-কৰ দিয়ে" (পৃঃ ১-২, কোৱাভাতুৰী, চাৰিতম তাংৰণ)।

ওপৰৰ উদ্ধৃতিৰ পৰা হেমচন্দ্ৰৰ ভাষাৰ শক্তিশীলতা আৰু ক্ৰীড়াশীলতা অনুভৱ কৰিব পাৰি। আধুনিক অসমীয়া গদ্য-

ৰীতিৰ বৈচিত্র্য, ঐশ্বর্য্য আৰু প্ৰকাশ ক্ষমতা অনেক বাঢ়িলেও হেমচন্দ্ৰৰ কাপত সেই ৰীতিৰ উৎস মুখ। তেওঁৰ গদ্য ইংৰাজী গদ্যৰ প্ৰভাৱ-শূন্য নহলেও ভঁজুৱা বুলিব নোৱাৰি। "তেওঁ আমাৰ ভাষাক সাজ আৰু অলঙ্কাৰ পিন্ধাই ধুনীয়া কৰি সাহিত্য-সেৱক সকলৰৈ বাট মুকলি আৰু কণ্টকহীন কৰি গৈছে"। ;

হেমচন্দ্ৰ আৰু গুণাভিৰাম দুয়ো উনবিংশ শতিকাৰ দুটি শিক্ষালয়। দুয়োকে কেন্দ্ৰ কৰি দুটা সাহিত্যিক চক্ৰ আছিল। পদ্মনাথ গোঁহাঞিবৰুৱাৰ ভাষাৰে ক'ব পাৰি— "..."অসমীয়া সাহিত্য-ক্ষেত্ৰত ইবিলাক দুয়ো দুখন লুকীয়া কুলৰ দৰে আছিল। প্ৰথমত (হেমচন্দ্ৰ বৰুৱা) খাঁচ অসমীয়া আৰু ইখনত (গুণাভিৰাম বৰুৱা) সংস্কৃতীয়া শব্দ প্ৰয়োগৰ ধাউতি প্ৰবল আছিল" (অসম সাহিত্য সভাৰ ভাষণাৱলী, প্ৰথম ভাগ, পৃঃ ১৭)।

বেণুধৰ ৰাজখোৱাই এই দুই মতৰ বিষয়ে লিখিছে, "....এতিয়া অসমীয়া ভাষাৰ দুটি ইস্কুল চলিব লাগিছে। প্ৰথমটিৰ প্ৰবৰ্ত্তক শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা আৰু দ্বিতীয়টিৰ প্ৰবৰ্ত্তক শ্ৰীযুত ৺গুণাভিৰাম বৰুৱা বাহাদুৰ। প্ৰথমটিৰ নাম শিৱসাগৰীয়া ইস্কুল আৰু দ্বিতীয়াটিৰ নাম সংস্কৃতীয়া ইস্কুল।......

"শিৱসাগৰীয়া ইস্কুলৰ মত এই–'যদিচ অসমীয়া ভাষাৰ সংস্কৃতেই গুৰি আৰু সংস্কৃত অতি উত্তম ভাষা, তেওঁ অসমীয়া ভাষা লিখোঁতে যেতিয়ালৈকে আমাৰ মনৰ ভাৱ বুজাবৰ কাৰণে অসমীয়া ভাষাত চলি থকা কোনো এটা শব্দ পোৱা যায়, তেতিয়ালৈকে অচলিত সংস্কৃত শব্দ লিখা অযুক্ত; কিন্তু যেতিয়া দেখা যায় যে, কোনো এটা ভাৱ প্ৰকাশ কৰিব পৰা শব্দ আমাৰ ভাষাত নাই, তেতিয়া প্ৰথমতে সংস্কৃতৰ পৰা, তাত নহলে আন ভাষাৰ পৰা শব্দ ধাৰ কৰাত একো দোষ দেখা নাযায়, আৰু তেনে কৰাৰ পৰা ভাষা ভাল আৰু চহকী হে হয়।......

সংস্কৃতীয়া ইস্কুলৰ মত এই, 'অসমীয়া, বঙ্গালী, হিন্দী, উড়িয়া কেইও ভাষাৰ উচ্চ আৰু সাধুভাষা প্ৰায়ে একে।'...

"সংস্কৃতীয়া ইস্কুলৰ মতানুসাৰে, 'সাধুভাষা লেখিবলৈ হলে সংস্কৃতত শব্দ ব্যৱহাৰ কৰিবই লাগে। সংস্কৃত অসমীয়া, বঙ্গলা,

হিন্দী, উড়িয়া সকলোৱে মাতৃভাষা। এতেক সকলোৱে উচ্চ আৰু সাধুভাষা প্ৰায় মিল হ'ব।'

“সংস্কৃতীয়া ইস্কুলৰ এটি বড়িয়া মত এই যে, যিবিলাক বিদেশী শব্দ আজিকালিৰ কথাবাৰ্ত্তাত চলাইছোঁ, সেইবিলাক অসমীয়া বুলি ধৰিব লাগে। ···মেজ, মাচিয়া, গিলাস, পীকদান, হোকা, ছিলিম, কামিজ, পাওজামা প্ৰভৃতি অচ্ছেদ্যৰূপে আমাৰ ভাষাৰ কথা হ'ল। এইবোৰ আমি আদৰেৰে লইছোঁ, ই প্ৰকাণ্ড হানি নাই।······ শিৱসাগৰীয়া ইস্কুলৰ মতে হলে, আমি পোছাক' কথাটো ব্যৱহাৰ কৰিব নোৱাৰোঁ, কিয়নো এই অৰ্থ বুজুৱা অসমীয়া শব্দ (সাজ) আছে।

“সংস্কৃতীয়া ইস্কুলৰ মতে অসমীয়া ভাষাটো আমি কোমলকৈ সাজিব লাগে। এই গুণেই ইস্কুলৰ হাতৰে আমাৰ ভাষাত সংস্কৃত শব্দ সমাই সুমাবলৈ বেয়া নেপায়। হৈছে, গৈছে ইত্যাদি কথাত তেওঁবিলাক 'ই' লগাব খোজে” (বিজুলী, দ্বিতীয় ভাগ, ১৮৯২ : অসমীয়া ভাষা কেনেকৈ বেলেগ ভাষা, পৃঃ ১৬২-৬৬)।

গুণাভিৰাম বৰুৱাৰ ভাষা সম্পৰ্কে ৰত্নেশ্বৰ মহন্তই (১৮৬৪-৯৩)। অসহিষ্ণুভাৱে মন্তব্য কৰিছে। বৰুৱাৰ 'অধোন্নতি' শব্দটোৰ প্ৰয়োগ ভুল বুলি মহন্তই হেমচন্দ্ৰ গোস্বামীলৈ দিয়া চিঠিত কয়, “অধোন্নতি শব্দটো ভুল আৰু কেতিয়াও ব্যৱহাৰ কৰিব নেলাগে। ····· গুণাভিৰাম বৰুৱাই লেখিব প'বে। তেওঁ অসমীয়া ভাষাৰ ব্যাকৰণ নেজানে। অ'ক অসমীয়া ভাষাৰো পণ্ডিত নহয়। ভাষাবিদ হেমচন্দ্ৰ বৰুৱাই লেখা মতে 'অৱনতি' লেখা ভাল” (পৃঃ ৫৫৩-৫৪) ২।

এই দুখন স্কুল বা দুটা শিক্ষাজয় কিদৰে এক হৈ পৰিল তাক পদ্মনাথ গোহাঞিবৰুৱাৰ ভাষাৰে ক'ব পাৰি—“কালৰ গতিত এতিয়া দুয়োখন স্কুলৰ ছাত্ৰ একপন্থীয়া হৈ আঁটাইবিলাক আগৰখন (খাচ অসমীয়া) স্কুলত ভৰ্ত্তি হৈছে, পাচৰখন (সংস্কৃতীয়া) স্কুল এৰা পৰিছে” (পৃঃ ১৭)।

ভাষা প্ৰয়োগৰ ক্ষেত্ৰত এবাৰ হেমচন্দ্ৰ বৰুৱাই পদ্মনাথ গোহাঞিবৰুৱাক কৈছিল, “আমাৰ আধুনিক ভাষাৰ অৱস্থা চাই,

তাক বাৰমতীয়াকৈ এৰিলে সি শেহত কিবাটো হৈ পৰিবগৈ। সেই কাৰণে যিমান সোণকালে পৰা যায় আমাৰ ভাষাত উক্তি অহা লেখকৰ মতভেদ চাপ খুৱাই নি একমতীয়া বা একেটা কৰিবলৈ চাব লাগে। ···আমাৰ নতুন লিখাকবিলাকে আগগুৰি নুগুণাকৈ মুঠিয়ে মুঠিয়ে সংস্কৃতীয়া আৰু আন আন প্ৰাদেশিক ভাষাৰ শব্দবোৰ আনি সুমুৱাই আমাৰ ভাষাক চহকী কৰিবলৈ ধৰাৰ আভাস পোৱা যায়। সেইটো সিবিলাকৰ ভুল। ৰঘুমলাক বহুলকৈ বিয়পিবলৈ এৰি দিলে, শেহান্তত যাই গছজোপা কেনেকৈ ধ্বংস হয়গৈ, অপৰিমিত আন প্ৰাদেশিক ভাষাৰ শব্দক ঠাই এৰি দিলে আমাৰ ভাষাৰো তদ্ৰূপ দশা মিলিবগৈ যে, তাত সন্দেহ নাই। এহেকে পাৰ্যমানে আমাৰ ভাষাৰ নিজা শব্দেৰে আমি আমাৰ মনোভাব ফুটাবলৈ চাব লাগে। নিতান্ত নোৱাৰিলেহে আনৰ শব্দেৰে আমাৰ সামঞ্জস্য ৰখা উচিত। এতিয়ালৈকে যিমানবোৰ শব্দ সোমাই নিগাজী হৈ পৰিছে, সেইবোৰ আকৌ উলিয়াই খেদিবলৈ মই বুধি নিদিওঁ; কিয়নো এতিয়া সেই পন্থাত ধৰিবলৈ গলে আমাৰ ভাষাৰ ছাল-মঙহ পৈ ঠেঁকাটো মাথোন ৰবগৈ। ···হেপ বুজি দুই-চাইটাকৈ আন ভাষাৰ মূলৰে সৈতে শুদ্ধ সামঞ্জস্য ৰাখি নতুন শব্দ গঢ়িবলৈকো লক্ষ্য ৰাখিব লাগে, তাৰ লগে লগে আমাৰ ভাষাৰ যিবোৰ অপ্ৰচলিত শব্দত মামৰে ধৰিছে, তাকো বাছি বাছি সংস্কাৰ কৰি লবলৈ চোৱা উচিত। (পৃঃ ৪০-৪১) ১৪

হেমচন্দ্ৰ আৰু গুণাভিৰাম দুয়ো উনবিংশ শতিকাৰ সাহিত্য-আকাশৰ দুটি উজ্জ্বল নক্ষত্ৰ স্বৰূপ। "হেমচন্দ্ৰৰ প্ৰতিভাৰ প্ৰখৰতাই গুণাভিৰামৰ প্ৰতিভাৰ মৃদুতাক সহজে জয় কৰিলে আৰু আজিলৈকে সিক্তাক্ত নিগুঢ়ি অসমীয়া শব্দৰ চুম্বক ভাবপূৰ্ণ বাক্যেৰে হেমচন্দ্ৰৰ গদ্য, আৰু সৱাতো উপৰি, তেওঁ দিয়া ভাষা আৰু বৰ্ণবিন্যাসৰ গঢ়েই বৰ্তমান অসমীয়া ভাষা বুলিব লাগিব" (পৃঃ ৬) ২৭। হেমচন্দ্ৰ গোস্বামীৰ ভাষাত "আসাম লিউচে যি ভাষা শিকাই গল, আজিকালিৰ অসমীয়া গদ্য ভাষাই তাকেই আওঁৰাইছে"।

হেমচন্দ্ৰ বৰুৱাৰ মুগৰ কিন্তু অনুজ লম্বোদৰ বৰা(১৮৬০-৯২ আৰু সত্যনাথ বৰা (১৮৬০-১৯২৫) হেমচন্দ্ৰৰ সাৰ্থক উত্তৰা-ধিকাৰী। তেওঁলোক দুয়ো একে বছৰতে ওপজা, ব্যৱসায়ত উকীল আৰু উভয়ৰে গদ্য-শৈলী বৈশিষ্ট্যপূৰ্ণ।

লম্বোদৰ বৰাৰ ৰচনা-ৰীতি লয়লাসপূৰ্ণ আৰু কেতিয়াবা অলঙ্কাৰযুক্ত। তেওঁৰ ৰচনাই অসমীয়া সাহিত্যক গতি শক্তি দান কৰে। হেমচন্দ্ৰৰ দৰে তেওঁ হাস্য-ৰস (সদানন্দ কাপত) ৰচনাত সফলতা অৰ্জ্জন কৰিছে। তেওঁৰ গদ্যৰ চানেকি তলত দিয়া হ'ল—

(ক) "যি দেশত যি মানুহ ওপজে, সেই দেশক সেই মানুহৰ জন্ম-ভূমি বোলে। জন্মভূমিক ভাল পোৱা মানুহৰ স্বভাব। এই স্বভাব বৰ প্ৰশংসনীয়। যি দেশত মই উপজিছোঁ আৰু সককালৰে পৰা থাকি ডাঙৰ-দীঘল হৈছোঁ, যি দেশৰ সুখে-দুখেই মোৰ সুখ-দুখ, সেই দেশ মই মনেৰে সৈতে ভালপোৱা আৰু উন্নতি কৰিবলৈ যত্ন কৰা মোৰ কৰ্ত্তব্য কাম। যেনেকৈ মই মোৰ নিজৰ উন্নতিলৈ, মোৰ জৰা-তিৰুতাৰ উন্নতিলৈ চেষ্টা কৰিব লাগে, সেইদৰে মোৰ গোটেইখন দেশৰ অৰ্থাৎ-মোৰ দেশত থকা সকলো মানুহৰ, সাধা-ৰণ উন্নতিলৈও চেষ্টা কৰিব লাগে, যেনেকৈ মোৰ নিজৰ বা নিজৰ পৰিয়ালৰ ভালৰ নিমিত্তে মোৰ বৰ আন্তৰিক ইচ্ছা আছে, সেইদৰে মোৰ জন্মভূমিৰ ভালৰ নিমিত্তেও বৰ আন্তৰিক ইচ্ছা হব লাগে। দেশৰ প্ৰতি এনে ইচ্ছাৰ নাম দেশহিতৈষিতা" (জ্ঞানো-দয়, ১৯২৬, পৃঃ ৬৪)।

(খ) "কেতিয়াবা কানী-টিকিৰাৰ ছাট আৰু ধোঁৱাৰে ঘৰ গোটেইটো ভৰাই দিছিলো; কেতিয়াবা টিকিবাৰ এতি পায়স, কুহিয়াৰ, গুড়, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ জপাইছিলোঁ; কেতি-য়াবা বা নগৰীয়া ভকতসকলে সইতে নানা বিষয়ৰ পাতিছিলোঁ আসামৰ-উন্নতি, ভাৰতৰ ঐক্য, বিদেশীৰ অত্যাচাৰ, অসমীয়া সাহাৰ, মাছখোৱা, ভাতখোৱা আৰু কত কথাৰ মেলা; কেতিয়াবা কেতিয়াবা ধপাত, ভামোল, ভাল হলে ব্ৰাহ্মণ-সেৱাৰ অন্য

এটুপি ব্ৰাণ্ডী, অভাৱত দুচকল চৰাইৰ ভজা মঙহ আদি বিবিধ দেৱ-পূজাৰ দ্ৰব্যেৰেও দশ-ইন্দ্ৰিয়ৰ পূজা কৰা গইছিল; মাজে-মাজে কলা-ঘুমটিৰে মিত্ৰতা কৰি, কেতিয়াবা হলি, কেতিয়াবা পড়ি, কেতিয়াবা বৰশি বাই, ঘামি, কঁহি, হাঁহি, হামিয়াই, সংসাৰৰ লেঠাৰে একেবাৰে পিঠি দি পৰমানন্দ-সাগৰত বুৰ মাৰিছিলোঁ; -আহা! কেনে সুখ, কেনে আনন্দ, কেনে দেৱ-দুৰ্লভ জীৱন" (সদানন্দৰ কলাঘুমটি, আসাম-বন্ধু, ১ম ভাগ, ১ম সংখ্যা, মাঘ ১৮০৬ শক পৃঃ ২৩)।

সত্যনাথ বৰাৰ গদ্য-ৰচনাত ইংৰাজী সাহিত্যৰ বেকনৰ দৰে চুটি চুটি সাৰগৰ্ভ বাক্য পোৱা যায়। শব্দ-প্ৰয়োগত মিত-ব্যয়ী বৰাৰ যুক্তিসিদ্ধ লেখনীয়ে অসমীয়া গদ্যৰ পৰিপুষ্টি সাধন কৰে। তেওঁৰ বাক্যসমূহ কেনে সহজ আৰু প্ৰাঞ্জল!

(ক) "পুথি অধ্যয়ন বিদ্যা উপাৰ্জ্জনৰ এটা মাই উপায়। পুথি নপঢ়াকৈ কোনেও কতো বিদ্যা লাভ কৰিব নোৱাৰে। পুথিৰ বিদ্যা থুপাই থোৱা ধনৰ নিচিনা। আনে থুপাই থোৱা ধন হাতত পৰিলে ধন আৰ্জ্জনৰ দুখ কষ্ট ভোগ নকৰাকৈ ধনৰ ফল ভোগ কৰিব পাৰি। সেইদৰে আনে থুপাই থোৱা বিদ্যা হাতত পৰিলে বিদ্যা আৰ্জ্জনৰ দুখ কষ্ট ভোগ নকৰাকৈ বিদ্যাৰ ফল ভোগ কৰিব পাৰি। প্ৰত্যেক পুথি একোজন মানুহৰ থুপাই থোৱা বিদ্যাৰ ভঁৰাল। লিখকে বহুত যত্ন পুৰুষাৰ্থ কৰি সেই ভঁৰাল বান্ধি থয়। আমি কেৱল পুথিখন পঢ়িয়েই তেওঁৰ আৰ্জ্জিত এটাইখিনি বিদ্যা লাভ কৰিব পাৰোঁ" (পুথি-অধ্যয়ন: সাৰথি)।

(খ) "০০ আজি ১০।১২ বছৰৰ ভিতৰত আসামৰ নগৰে নগৰে অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ 'অসমীয়া ভাষাৰ উন্নতি সাধিনী' নামেৰে অনেক সভা থাপিত, হৈছে। আৰু সেই সভা-বিলাকত অসম আৰু অসমীয়া ভাষাৰ ভাল বেয়া, উন্নতি, অৱনতি সমস্ত বিষয়ৰ আন্দোলন হবলৈ লাগিছে। তাকে দেখি কেইজনমান প্ৰাচীন অসমীয়া ভাঙৰীয়াই গোটখাই আৰু

এটি সভা স্থাপন কৰিছে। তাৰ নাম হৈছে কেন্দ্ৰ সভা। যোৱা মাহত এই সভাৰ প্ৰথম অধিৱেশন হৈ গল। সভাৰ জাননী পাই আমিও চাবলৈ গৈছিলোঁ। কেন্দ্ৰসভাৰ ৰীতি-নীতি, নিয়ম প্ৰণালী ভেকা সভাৰ নিচিনা নহয়। তাত মেজ মাচিয়া বা বেঞ্চ নাই। সভা ভাওৰীয়াসকল খাটৰ ওপৰত বিছনা কৰি লেপেটা-পাৰি বহিছিল" (প্ৰথম অধিৱেশন : কেন্দ্ৰসভা)।

মুঠৰ ওপৰত দুয়োজন ৰৰা হেমচন্দ্ৰৰ আদৰ্শৰেই অনু-প্ৰাণিত হৈছিল, আৰু তেওঁৰ শিষ্য-স্বৰূপ। "অসমীয়া ভাষাত বানানৰ অভেদ সম্পৰ্কে দুয়োৰে চোকা প্ৰবন্ধ পঢ়ি অসমীয়া ন-লিখাৰু সমাজৰ চকু মুকলি হৈছিল। এই কলম হেমচন্দ্ৰ বৰুৱাৰ উত্তৰ-সুৰি দুগৰাকী বৈশিষ্ট্যপূৰ্ণ গদ্য-লেখকৰ নিমজ আৰু নিভাঁজ গদ্যৰ চমু আলোচনা।

"হেমৰ কোমেৰে ওখ দৌল বান্ধি হেমচন্দ্ৰই অসমীয়া ভাষা লেখাৰ বৈজ্ঞানিক নিয়ম বান্ধি দিয়াৰ পিছৰে পৰা গদ্য প্ৰকাশৰ ভাষা-আউল ভাগি গল আৰু ধৰ্ম্মতঃ কৰলৈ গলে, হেমচন্দ বৰুৱাৰ গদ্য ৰীতিটোৰেই ১৯৪৭ চনত বুঢ়িছ যোৱা-লৈকে, সকলোৰে আহি-স্বৰূপ হৈ থাকিল" (পৃ: ২৬) ২৮। দৰাচলতে হেমচন্দ্ৰই অসমীয়া গদ্যৰ শ্ৰীদান কৰি শক্তিশালী প্ৰকাশৰ মাধ্যম কৰিলে।

—×—

# সামৰণ

"We talk of people living in the past ; and it commonly applied to old people or old-fashioned people. But, in fact, we live in the past, because there is nothing else to live in. To live in the present is like proposing to sit on a pin ...The past can move and excite us, the past can be loved and hated, the past consists largely of lives that can be considered in their completion ; that is, literally in the fulness of life... "—G. K. Chesterton.

অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জীৱনটো হৈছে জৰ্জৰিত, নিষ্পেষিত আৰু পৰাধীন অসমীয়া জাতিয়ে নাজেল-নাথল অৱস্থাৰ পৰা উদ্ধাৰ পোৱাৰ আৰু অসমীয়া ভাষাক স্বীয় আসনত প্ৰতিষ্ঠাৰ হকে কৰা অহোপুৰুষাৰ্থৰ কাহিনী। "মান মৰাণৰ অত্যাচাৰ সহি বৃটিছৰ শাসনত অসমীয়া জাতিয়ে ঠন-ধৰি উঠিবলৈ আগুৱান হওঁতেই ভাষা-ক্ষেত্ৰত অসমীয়াৰ দুৰ্ক-পালৰ গুণে এক বিভ্ৰাট মিলি দেশাধিকাৰসকলৰ ভ্ৰমত ভাষা-ৰূপী গছ জোপাত ৰঘুমলাই ইয়াৰ বাঢ়ন ঠিহিবা মাৰিবলৈ ধৰোতেই আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি অসমহিতৈষী লোকসকল আবিৰ্ভাৱ হৈ অতি কষ্টেৰে ৰঘুমলা আঁতৰাই গছ পুলিটিকে লহপহকৈ বাঢ়িবলৈ সুযোগ কৰি দিলে" (পৃঃ ১) ৫০। হেমচন্দ্ৰই পঢ়াশালিৰ কোনো মহলাত নুঠাকৈ নিজৰ পুৰুষাৰ্থ, নেৰানেপেৰা চেষ্টা, দৃঢ় সঙ্কল্প আৰু স্বীয় মেধাৰ বলত ইংৰাজী, সংস্কৃত, বঙলা আৰু হিন্দী ভাষা আয়ত্ত কৰি মাতৃভাষাৰ চৰ্চ্চাত আত্ম-নিয়োগ কৰে, আত্ম-নিয়োগেই নহয় ব্যাকৰণ আৰু অভিধানেৰে গড় মাৰি

ৰঘুণজা উচ্ছেদ কৰি 'অসমীয়া ভাষাৰ গুৰিয়াল' স্বৰূপ হৈ পৰিল।

ইংৰাজী ভাষাৰ অভিধান-প্ৰনেতা চেমুৱেল্ জন্চনৰ (১৭০৯-৮৪খ্ৰীঃ) মতে 'কিতাপে আমাক জীৱন উপভোগ কৰা নাইবা ইয়াক পোষণ কৰাত সহায় কৰিব লাগে'। সেই মানদণ্ডৰে বিচাৰ কৰিলে জন্চনৰ বিবিধ পুথিৰ মাজত কোনখনক নো শ্ৰেষ্ঠ বুলি অভিহিত কৰিব পৰা যাব সেই কথা চিন্তা কৰিলে বিমোৰত পৰিব লগা হয়। তেওঁ ৰচনা কৰা দুখন গ্ৰন্থ- ইংৰাজী অভিধান (ইংৰাজী ভাষাৰ প্ৰথম মহৎ প্ৰচেষ্টা) আৰু 'লাইভ্চ অব্ পয়েট্চ' সাহিত্য হিচাবে নহয় বৰং সাহিত্য অধ্যয়নৰ বাবে স্মৰণীয়। হেমচন্দ্ৰও নিসন্দেহে তেওঁৰ যুগৰ এজন সৰ্ব্বশ্ৰেষ্ঠ লেখক নহয়, সম্ভৱ মহৎ লেখকো নহয়, তথাপি তেওঁক সাহিত্যৰ অধিনায়ক তথা সাহিত্যৰথী বোলা হয়। "যিজন পুৰুষক অসমীয়া ভাষাৰ গুৰিয়াল মানি অসমীয়া লেখকে হাতত কাপ লৈয়ে এবাৰ সুমৰি চায়, যিজন দেশ-হিতৈষী পুৰুষে অসমীয়া ভাষাক নিচেই নিচলা অৱস্থাৰ পৰা দাঙি ধৰি নিজৰ অসাধাৰণ পুৰুষাৰ্থ আৰু উদ্যমেৰে পুনৰ টনাকিয়াল কৰিলে"* সেই পৰাকী লোকে কোনো উৎকৃষ্ট বা কালজয়ী গ্ৰন্থ নাইবা ডঃ জ'নচনৰ সংজ্ঞাত পৰা কোনো কিতাপ ৰচনা নকৰিলেও তেওঁ ভাষাৰ গুৰি বঠা ধৰি অসমীয়া ভাষাক 'অপহৃতা অসুৰা'ৰ পৰা ৰক্ষা কৰি ভাষা আৰু সাহিত্যৰ যুগ-মীয়া উপকাৰ সাধন কৰিলে। অসমীয়া ব্যাকৰণ আৰু হেম-কোষৰ নিমিত্তে হেমচন্দ্ৰ বৰুৱাৰ নাম অসমীয়া সাহিত্যৰ ইতি-হাসত সোণালী আখৰে লিখা আছে। "সাময়িক সকলো দোষ-ত্ৰুটি সত্ত্বেও তাৰ (অৰ্থাৎ হেমকোষৰ—লেখক) সোণসেৰীয়া, সকলোৱে এই কথা স্বীকাৰ কৰিব। পৰাধীন এটা জাতিৰ মাজত স্বপ্নক যে হেমচন্দ্ৰ বৰুৱাই নিজৰ অজ্ঞাতেই ৰূপ দিছিল সেই বিস্মৰণীয় অভিধানত" (পৃঃ ৬৬) ২৫।

হেমচন্দ্ৰ যে অসমীয়া ভাষাৰ ধন্বন্তৰী সেই কথাৰ ঔপ-ন্যাসিক ৰজনীকান্ত বৰদলৈৰ আত্ম-জীৱনীত উল্লিখিত ('মোৰ সাহি-ত্যিক জীৱনৰ অতীত কাহিনী') মাজুলীৰ পহুমৰা ঘটনা তেওঁৰ কাহিনীটোৱেই সাক্ষ্যস্বৰূপ।

---

* নীতিশিক্ষা মালছোৱা : পদ্মনাথ গোহাঞিবৰুৱা। ১৮৯৬শক। (পৃষ্ঠা ৩৬)

"এদিন মই উত্তৰ লক্ষীমপুৰলৈ যাবলগীয়া নে মাজুলীত কাম চাই ফুৰা এজন বঙালী চুপাৰভাইজাৰ নে অভাৰচি.াৰ জাহাজঘাটৰ অফিচ ঘৰত আছি ৰহিছিল। মোৰ জেঠেৰি ৺চন্দ্ৰনাথ বৰদলৈদেৱে (শহৰ সত্ৰৰ ফালে যাওঁতে) সেই বঙালী ভদ্ৰ-লোকজনৰ লগতে বঙলাৰে কথা হৈছিল। তেওঁ তালৈকে বঙলা ভাষ.টো কব নজনাৰ কাৰণে উক্ত বাবুজনে তেওঁক কথাই কথাই পেংলাই কৰিছিল। মই শুনি শুনি অসহনীয় হৈ জেঠে-ৰীক কৈছিলোঁ।—'জেঠেৰি! আপুনি তেওঁৰ লগত অসমীয়াত কথা পাতক। তেওঁ অসমত আছে যেতিয়াই অসমীয়া ভাষা জানিব লাগিব'।

মোৰ এই কথাৰ জেঠেৰীয়ে কোনো উত্তৰ দিবলৈ নৌ পাওঁতেই বাবুজনে মাত দি ক'লে, 'তুমি বাপু কেহে? তোমাৰ দেখছি আসামীয়া ভাষাত্তাৰ উপৰ বৰই অনুৰাগ!'

মই কলো,—'আজ্ঞা। মই অসমীয়া, সেই দেখি মই মোৰ মাতৃভাষাক ভাল পাওঁ, তাত আপোনাৰ আচৰিত হব লগীয়া একো নাই? বৰং আপুনি অসমত চাকৰি কৰিছে যেতিয়া আপুনি অসমীয়া ভাষা:টো জনা উচিত।

মোৰ কথাত বাবুজনে কৈছিল,—'ছেড়ে দাও তোমাৰ অসমীয়া ভাষা, আসামীয়া ভাষাও আবাৰ একটা ভাষা! ঐ হেম বৰুৱাটো গেলেই সব লেঠা চুকে যায়। তোমাৰ আসামে বাঙলা ভাষাই চলবে: আসামীয়া ভাষাটো আমাদেৰ বাঙলা ভাষা-ৰই অপভ্ৰংশ" (পৃঃ ১১৭)। ৩১

দৰ চ:তে 'কঁঠাল এটাত মাখিৰ দৰে' অসমীয়া ভাষাতো বেজবৰুৱা বংশজ হেমচন্দ্ৰৰ নাম লাগি আছিছে. 'এবাৰই নোৱাৰে।

ইয়াৰ উপৰি অসমীয়া ভাষা পুনৰ প্ৰচলনত তেওঁৰ ভূমিকা উল্লেখযোগ্য। এই কথা ৺পদ্মনাথ গোহাঞিবৰুৱাৰ ভাষাৰে কব পাৰি।—"ইং ১৮৭০ চনৰে পৰা অসমীয়া স্বাধীন ভাষা আৰু ইয়াক অসমৰ আদালত, পঢ়াশালি আদিত চলোৱা উচিত এই কথা লৈ চৰকাৰৰ ঘৰত জনচেৰেক অসমীয়া বন্ধু:ৰ আবেদন কৰিবলৈ প্ৰস্তাৱ কৰে, আৰু এই বিষয়ে এটা বৰ ডাঙৰ বিচাৰ হয়। এই প্ৰস্তাৱবো হেমচন্দ্ৰ গুৰিয়াল বুলিব লাগে। এই

বিচাৰৰ ফল মতে ইং ১৮৭৩ চনত দুৰদৰ্শী শাসনকৰ্ত্তা, চাৰ জৰ্জ কেম্বেল চাহাবে যি জাননী দিলে, সেই জাননী অনুসৰি 'আদি পাঠ' নামে তিনিছোৱা আদি পাঠ অসমীয়া ভাষাত ৰচনা কৰে, আৰু সেই বাবে তেওঁ চৰকাৰৰ পৰা ৫০০ টকা পাইছিল। ইয়াৰ পাচত দোপতদোপে তেওঁৰ এইফালে উৎসাহ বাঢ়িবলৈ ধৰিলে, আৰু সাৰশেষত নুমাবলগীয়া চাকিটি ফটফটীয়াকৈ জলাই অসমীয়া ভাষাৰ ভিতৰ ফৰকাল কৰি তুলিলে" (পৃঃ ৫১-৫২) ৩১ বেজবৰুৱা বংশোত্তৰ হেমচন্দ্ৰই বৈদাৰূপে অসমীয়া ভাষাক কিদৰে পুনৰ্জ্জীৱিত কৰিলে তাক হেমচন্দ্ৰ গোস্বামীৰ ভাষাৰে ক'ব পাৰি— "আমাৰ ওচৰ-চুবুৰীয়া বন্ধুসকলে নিতৌ অসমীয়া ভাষাক বাচিবলৈ উলিয়াবলৈ তুলসীৰ গুৰি অঁতাইছিল আৰু কাঠ-সংস্কাৰ কৰিবলৈ কাঠ গোটাইছিল, কিন্তু কলচোপ্ কলচোপ্ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ি পৰা মাত্ৰকে ক'ৰ যমদূ'ত কলৈ গল তাৰ চিন নাই, বাৰীৰ চুকত প'ৰ 'নিওঁ' 'নিওঁ' কৰি চিয়ঁৰি থকা নিয়ত্তী চৰাইবোৰো যমদূতবিলাকৰ লগতে নাইকিয়া হল আৰু দক্ষিণা লবলৈ আশা পালি থকা বাপুসকলো এখোজ দুখোজকৈ ঘৰমুৱা হল। মুঠতে কবলৈ গলে, হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ, সেই মন্ত্ৰই মৃতকল্প অসমীয়া ভাষাক অমৰ কৰিলে। অসমীয়া ভাষাই যদি আজিকালি দিনে দিনে ঠন ধৰি উঠিছে আৰু ন ন ঠাল-ঠেঙুলি মেলিছে, সি কেৱল 'হেমকোষ'ৰ যত্নতে আৰু যদি সি কেতিয়াবা ফুল ফুলাই অসম দেশত সৌৰভ বিলাব পৰা হয়, সিও নিশ্চয় হেমকোষৰ যত্নতে হ'ব। হেমকোষ অসমীয়াৰ অমূল্য সম্পত্তি" (পৃঃ ৪৩:—৩২) ।২

উনবিংশ শতকাৰ প্ৰায় দ্বিতীয়াৰ্দ্ধৰ পৰাই অসমীয়া সাহিত্যত আধুনিকতাৰ সূত্ৰপাত হয়। পাশ্চাত্য শিক্ষা-দীক্ষা, সংস্কৃতি আৰু ভাৱাদৰ্শৰ সংঘাতৰ ফলস্বৰূপে অসমীয়াৰ মনত যি নৱ-জাগৰণৰ সঞ্চাৰ হয় তাৰ প্ৰতিচ্ছায়া সমসাময়িক সমাজ, সাহিত্য, সংস্কৃতি—সকলোতে প্ৰতিফলন হয়। উদাৰপন্থী হেমচন্দ্ৰৰ চিন্তা চৰ্চ্চা আৰু জীৱনাদৰ্শৰ মাজত এই নৱতম চেতনাৰ বিকাশ অনুভূত হয়।

সামৰণিত কওঁ যে অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ ভৌতিক দেহা পঞ্চভূতত লীন হবৰ প্ৰায় ৮৭ বছৰ হলেও তেওঁ চিন্তা আৰু কৰ্ম্মৰ মাজেদি জন-মানসত জীয়াই জিলিকি আছে। কীৰ্ত্তিমান লোক জীয়াই থাকে। জাতিৰ ইতিহাসৰ দীৰ্ঘ পৰিক্ৰমাত হেমকোষতকৈ ভাল অভিধান ওলাব পাৰে বা কোনোৱে অসমীয়া ব্যাকৰণতকৈ অধিক বিজ্ঞান-সন্মত ব্যাকৰণ ৰচনা কৰিব পাৰে, কিন্তু অসমীয়া ভাষাৰ কাণ্ডাৰী হেমচন্দ্ৰ বৰুৱাই এই দুখন পুথিৰে গড় মাৰি অসমীয়া ভাষাক সকলো সম্ভাব্য আপদ-বিপদৰপৰা ৰক্ষা কৰি তেওঁ সাহিত্যৰ ইতিহাসত এক গৌৰৱপূৰ্ণ স্থান অধিকাৰ কৰিছে। জাতীয় জীৱনৰ সঙ্কট কালত জন্ম গ্ৰহণ কৰি অসমীয়া ভাষাত স্বাধিকাৰ প্ৰতিষ্ঠাৰ হকে অহোপুৰুষাৰ্থ কৰি তেওঁ অসমীয়া ভাষাৰ ধ্বজা উৰুৱাই গ'ল। তেওঁৰ বৰঙণি স্মৰণ কৰি কৰিয়ে কৈছে,

"অসীম গুণৰ আকৰ স্বৰূপে
দেশত আছিলা তুমি,
তোমাৰ গুণৰ ঋণৰ ধৰুৱা,
সদাই থাকিলো আমি।"

—স্বৰ্গযাত্ৰা, দুৰ্গানাথ বৰুৱা।

—০—

# গ্ৰন্থসূচী

তলত নাম দিয়া গ্ৰন্থ সমূহৰ সহায় লোৱা হৈছে। পুথিৰ ভিতৰত দিয়া উদ্ধৃতিত প্ৰতি পুথিৰ বাওহাতে দিয়া সংখ্যাটো ব্যৱহাৰ কৰা হৈছে।

১। আসাম বুৰঞ্জী—গুণাভিৰাম বৰুৱা, ১৯৭২
২। হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী—বেণুধৰ শৰ্ম্মা, ১৯৭২
৩। আত্ম-জীৱন চৰিত—হেমচন্দ্ৰ বৰুৱা, জোনাকী ৪ৰ্থ ভাগ
৪। মোৰ জীৱন-সোঁৱৰণ—লক্ষ্মীনাথ বেজবৰুৱা ১৯৬৬
৫। বাংলা সাহিত্যেৰ সম্পূৰ্ণ ইতিহাস শ্ৰীঅসিতকুমাৰ বন্দ্যোপাধ্যায়, ১৩৭৮
৬। দুপৰি—বেণুধৰ শৰ্ম্মা, ১৯৬৩
৭। হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত—সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী, ১৯২৭
৮। হেমচন্দ্ৰ বৰুৱা—শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, প্ৰকাশন চতুৰ্থ বছৰ, চেপ্তেম্বৰ ১৯৭৯
৯। মণিৰাম দেৱান—বেণুধৰ শৰ্ম্মা, দ্বিতীয় তাঙৰণ
১০। জীৱনী সংগ্ৰহ—পদ্মনাথ গোহাঞিবৰুৱা, ১৮৩৭ শক
১১। গ্ৰন্থকৰ্ত্তাৰ সংক্ষিপ্ত জীৱনী : পত্ৰাশলীয়া অভিধান, তুলসীৰাম বৰুৱা, ১৮৪৭ শক
১২। কনকলাল বৰুৱা ৰচনাৱলী—নন্দ তালুকদাৰ, ১৯৭৩
১৩। মজিয়াৰ পৰা মেজলৈ—বেণুধৰ শৰ্ম্মা, অসমীয়া, ২য় বছৰ ১২শ সংখ্যা, ১৯৭০
১৪। মোৰ সোঁৱৰণী—পদ্মনাথ গোহাঞিবৰুৱা, ১৯৭১
১৫। স্মৃতিৰ পাপৰি—শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, ১৯ ৭
১৬। ত্ৰিবেণী—সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী, ১৯২৫
১৭। নীতিশিক্ষা, মাজছোৱা—পদ্মনাথ গোহাঞিবৰুৱা, ১৮৪৬ শক
১৮ মোৰ জীৱন দাপোণ—বেণুধৰ ৰাজখোৱা, ১৯৩৯
১৯। মাণিকচন্দ্ৰ বৰুৱা—প্ৰফুল্লদত্ত গোস্বামী, ১৯৭৫
২০। আনন্দৰাম ঢেকিয়াল ফুকনৰ চৰিত্ৰ—গুণাভিৰাম বৰুৱা ১৯৭১
২১। অৰুণোদইৰ ধলফাট—ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ১৯৬৫
২২। অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী—শ্ৰীযতীন্দ্ৰনাথ গোস্বামী,

১৯৬৬
২৩। ৰামমোহন আৰু বিদ্যাসাগৰ—শ্ৰীললিতকুমাৰ বৰুৱা
১৯৭৪
২৪। পাঠমালা - হেমচন্দ্ৰ বৰুৱা, ১৮৪২ শক
২৫। হেমচন্দ্ৰ বৰুৱা---ৰঞ্জিৎ দেৱগোস্বামী, প্ৰকাশ, ৪ৰ্থ বছৰ
১১শ সংখ্যা; ১৯৭৯
২৬। অৰুণোদই'ৰ পৰা জনমভূমিলৈকে, বেণুধৰ শৰ্ম্মা, জনমভূমি, ২৩ ফাগুণ ১৮৯৪ শক
২৭। আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী—ডিম্বেশ্বৰ নেওগ,
১৮৫৯ শক
২৮। ফুল-চন্দন—বেণুধৰ শৰ্ম্মা, ১৯৭২
২৯। অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী—দেবেন বেজবৰুৱা,
১৮৭৫ শক
৩০। সত্যনাথ বৰাৰ জীৱন-চৰিত—সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী,
১৮৫০ শক
৩১। ৰজনী বৰদলৈ ৰচনামালা—ডঃ হেমন্তকুমাৰ শৰ্ম্মা, ১৯৬৭
৩২। নীতিশিক্ষা, আগছোৱা – পদ্মনাথ গোহাঞিবৰুৱা, ১৮১৮শক
৩৩। ৰামমোহন—শ্ৰীঋষি দাস, ১৯৭২
৩৪। Political History of Assam Vol I—Dr. H. K. Barpujari, ১৯৭৭
৩৫। অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি–ডিম্বেশ্বৰ নেওগ,
১৮৬৩ শক
৩৬। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা—শ্ৰীযতীন্দ্ৰনাথ গোস্বামী,
১৯৬৮
৩৭। কানীয়াৰ কীৰ্ত্তন—হেমচন্দ্ৰ বৰুৱা, ১৮৩০ শক
৩৮। বাহিৰে ৰং-চং, ভিতৰে কোৱা ভাতুৰী –হেমচন্দ্ৰ বৰুৱা,
১৯৪৯
৩৯। Notes on the Assamese Marriage Systems of the peoples of Assam, H. C. Barua, ১৯০৮
৪০। হৰকান্ত সদৰামীনৰ আত্মজীৱনী—কুমুদচন্দ্ৰ বৰদলৈ,
১৯৬০

৪১। আনন্দৰাম ঢেকিয়াল ফুকন বচন-সংগ্ৰহ—নন্দ তালুক-দাৰ, ১৯৭৭
৪২। Faily British Relations with Assam—Dr. S. K. Bhuyan,১৯৪৯
৪৩। অসমীয়া হেম-কোষ—হেমচন্দ্ৰ বৰুৱা, ১৯০০ চন
৪৪। অসমীয়া ব্যাকৰণ— ,, ,, ১৮৪২ শক

—o—

# হেমচন্দ্ৰ বৰুৱা

কোনে কয় হেৰা, হেম নাইকীয়া
এই পৃথিবীত আৰু ?
বিয় কান্দা আজি হিয়া বিদৰাই
হোজা অসমীয়া বাৰু ।
অনাথ সন্তানে পিতৃ বিয়োগত
যেন ধৈৰ্য্য হেৰুৱাই,
সাহিত্য-বনত কান্দে চকু মুদি
অজলা অসমীয়াই ।
কিন্তু এটিবাৰ জ্ঞান-চকু মেলি
ধ্যানত বিচাৰি চালে,
হৃদয় আকাশ পোহৰাই কেনে
পূৰ্ণ হেমচন্দ্ৰ জ্বলে !
আগেয়ে আছিল মনু-ধৰমত
মানবী ঢাকোন তল,
দেখ ধৰমেৰে এতিয়া সোণাই
জগত জিলিকা হ'ল ।
সৌৰ জগতৰ একেটি চন্দ্ৰক
এখনি আকাশে ধৰে;
মৰ্ত্ত জগতত কোটি হেম-চন্দ্ৰে
কোটি হিয়া শোভা কৰে ।
অনিত্য সংসাৰ কালৰ সোঁতত
বিয়পি নেদেখা হয়ঃ
অমৰ আতমা বাজলৈ ওলালে
নশ্বৰ দেহাৰ ক্ষয় ।
এনে ধৰমত বন্ধা থকা নৰ,
তুমি কি বুজিবা হায়ঃ

মহাত্মা জনৰ অমৰত্ব লাভ,
—মৰি হে অমৰ হয়।
তলত হেমৰ কীর্তিৰ মন্দিৰ
ওপৰে চন্দ্ৰৰ ভাতিঃ
কিনো বিতোপন জেউতি চৰিছে,
চোৱা অসমীয়া জাতি!
হেমৰ কোষেৰে ওখ দৌল বান্ধি,
ভাষাক সাৱথি ধৰি,
নুমাবলগীয়া অসমীয়া নাম
ৰাখিলে জিলিকা কৰি।
চন্দ্ৰ-দিবাকৰ, বসুমতী আই
থাকেমানে জগতত,
অসমীয়া হেম — চন্দ্ৰৰ পোহৰ
জিলিকিব অসমত।
কোনে কয় তেনে, হেম নাইকীয়া
নুমাল চন্দ্ৰৰ ভাতি?
কিয় কান্দা তুমি জ্ঞান-চকু মুদি
হোজা অসমীয়া জাতি।

— পদ্মনাথ গোহাঞি বৰুৱা
(নীতিশিক্ষা, মাজছাৱা, ১৮৪৬ শক)

# স্বৰ্গ-যাত্ৰা

স্বৰ্গৰ বৰ্ণনা মৰ্ত্ত্যৰ কবিয়ে
বৰ্ণোৱা শকতি নাই,
কল্পনা বলেৰে ভাবে মাথো বুলি
অমিয়া সুখৰ ঠাই।
অমৰাৱতীত অমৰ সকলে
সতত মগন থাকে,
পুণ্যাত্মাৰ বাজে সেই ঠাই পাব
নোৱাৰে অইন লোকে।
পুণ্যৱান জীৱ পুণ্যৰ ফলেৰে
অমৰ ৰাজ্যত গই,
অনন্ত সুখেৰে দিন পাত কৰে
ৰঙত বিভোল হই।
অমৰাৱতীৰ পণ্ডিতৰ সভা
এনেই উপমা নাই,
তাতেই আকউ সভাপতি জনা
নিজে সৰস্বতী আই।
সভাত এদিন ভৰি দিয়ে আই
পোন প্ৰথমেই হায়!
বজ্ৰৰ নিচিনা কলে যিহে কথা
শুনি হিয়া কঁপি যায়!
"হেমচন্দ্ৰ নামে পৃথিবীত আছে
গুণৱন্ত মোৰ লৰা।
সংসাৰৰ লীলা সাঙ কৰি তেওঁ
হইছে আহিব পৰা।
তেওঁক সদাই অমৰ সভাত
ৰাখিবৰ কৰোঁ মনঃ

এতেকে আনক দূতে লই মোৰ
সুবৰ্ণৰ ৰথখন।”
এই বুলি তেওঁ কৃতান্তক মাতি
আদেশিলে তেতিয়াই
পুত্ৰৰ কাৰণে সোণৰ বিমান
দিবলই পঠিয়াই
কৃতান্তই পাই দেবীৰ আদেশ
বায়ুৰ বেগেৰে গই,
হেম যাবলই দিবা ৰথখনি
সজালে যতন কই।
কুবেৰৰ পৰা দূতক পঠাই
মানিক মুকুতা আনি,
সোণৰ ৰথত জেউতি চৰালে
ৰূপত বিজুলী জিনি।
অমৰাৱতীলৈ হেমক নিয়াৰ
পাৰ্গত সাৰথি চই
নকৰি পলম দিলে যমে ৰথ
নিমিষতে পঠিয়াই।
বিজুলি গতিৰে সোণাৰ চাঁদক
পৃথিবী এন্ধাৰ কৰি—
সোণৰ ৰথত সাৰথিয়ে লই
সোৰালে অমৰাপুৰী।
ধূপদীপ গন্ধ পুষ্প মালা আদি
অপেশ্বৰী সবে লই
মহাত্মা হেমক বিমানৰ পৰা
আদৰি আনিলে গই।
গন্ধৰ্ব্ব সকলে মৃদঙ্গ বজাই
কৰিলে শঙ্খৰ ধ্বনি,
ডবা খোল বাই ৰঙত নাচিলে
পাই হেম গুণমণি।

আসাম–ৰতন সাহিত্যৰ খনি
হেম বৰুৱাই পাই,
অমৰাৱতীৰ পণ্ডিত সৱৰ
হাবিয়াস নপলায়।
হেম যোৱা শুনি বীণাপাণি আয়ে
লৰা–লৰি কই আহি
অপ্সৰীহঁতক আদেশ কৰিলে
পুত্ৰৰ কাষতে বহি।
"সজোৱা সোণক অপূৰ্ব্ব ভূষণে
অতি পৰিপাতি কৰি।
যশস্যা মুকুট পিন্ধোৱা মূৰত
সকলোৰে আগ ধৰি।
মণি মুক্তা লই সুগন্ধি ফুলেৰে
মলা গাঁঠি বিতোপন,
শব্দয় শব্দয় শাৰি শাৰিকই
কৰাঁ আনি অৰপণ।
পৃথিবীত সোণে বহু শ্ৰম কৰি
পালেহি মাতৃৰ ঘৰ,
এফেৰিমানকো কেওঁ কতো হেলা
নকৰিবা যতনৰ।
দেৱতাৰ প্ৰিয় অমৃত অমিয়
দিয়া আনি ভাল চাই,
তামুলি পিৰাত সাঁদৰ বাণত
ভাগৰ গুচক খাই।"
হেৰি ওজাদেও! সংসাৰৰ মায়া
সকলোকে এৰি থই,
অনন্ত সুখত চিৰশান্তি পালাঁ
দেৱতা লোকত গই।

কিন্তু, কি যে হ'ল অসমীয়া জাতি
এই পোনে চকু দিয়া,
তোমাৰ শোকত অসম মাতৃৰ
কলা পৰি গল হিয়া।
অসীম গুণৰ আকৰ স্বৰূপে
দেশত আছিলা তুমি,
তোমাৰ গুণৰ ঋণৰ ধৰুৱা,
সদায় থাকিলো আমি।
মাতৃৰ ভক্তিত ব্যাকৰণ ৰচি
পুষ্ট কৰিলা ভাষা,
কানীয়া কীৰ্ত্তন যতনেৰে লিখি
দেখালা কীৰ্ত্তিৰ দশা।
সমাজৰ দোষ কোৱা ভাতুৰীত
খাপে খাপে দেখুৱাই,
কৰিছিলা তুমি, পুৰুষাৰ্থ বহু
দিবলই শুধৰাই।
ছোৱা ছোৱা কৰি লৰাৰ কাৰণে
লিখি দিলা আদি পাঠ।
ৰঙেৰে এতিয়া বেচুৱা লৰাই
ধৰিছে ভাষাত বাট।
পাঠমালা লিখি লৰাৰ ডিঙিত
পিন্ধালা বিদ্যাৰ হাৰ,
হেমৰ কোষেৰে অভাব গুচাই
সুজিলা মাতৃৰ ধাৰ।
কিনো অসজাতি অসমীয়া জাতি
নুবুজিলে তেওঁ মোল,
অন্তিম কালতো নিচিনি তোমাক
থাকিলে নিদ্ৰাত ভোল।

ইহেন অখ্যাতি থাকিল সদাই
জোন বেলি থাকে মানে,
অসমীয়া জাতি তেনেই অজলা
নিচিনিলে হেম কেনে!
গুণীৰ গুণৰ আদৰ বুজিব
পৰানো কে'তিয়া হয়,—
হে মাতৃ আসাম! তোমাৰ সন্তাপে
বুজিব নোৱাৰোঁ ময়।

হেমচন্দ্ৰ বৰুৱাৰ মৃত্যু উপলক্ষে লিখা জোনাকী, জেঠ-আহাৰ, ৫ম ৬ষ্ঠ সংখ্যা, ১৮১৭ শক।
'শ্ৰীদু…' হল দুৰ্গানাথ বৰুৱা

## ব্ৰনসনৰ অভিধানৰ আৰ্হি

অ, the first vowel in the Alphabet. In Assamese the sound fluctuates between long and short o, as in the two syllables of the word morrow. It is inherent in every consonant; but the mark (্) placed underneath suppresses the vowel sound. Native writers devote the long sound of অ, by a circumflex, as কলা black; মঁহ a buffalo. Before a vowel অ becomes অন. As a prefix it is equivalent to un, no, not.

অ' আই. interj. আচৰিত মনা মাত a particle expressing surprise. (পৃঃ ১)

আসিৰ্বাদ, s. বৰ দিয়া, আসিস, a blessing, a benediction (পৃ ঃ ৫৩)

উমাজাত্রা, s. পুৱাতে জোআ, বেলি নৌ ওলাওঁতেই জোআ, the setting out on a journey in the early morning [পৃ: ৭২]

ক্রিপন, a, কিৰ্পিন, চিকটা, খৰচ কৰিব নোঅৰা, miserly, penurious. (পৃঃ ১২৮) গ্ৰহন, s চন্দ্র সুৰ্যৰ গ্ৰহন, লোআ. চন্দ্র সুৰ্যক চাঁয়াই ঢকা, an eclipse a Seizure, an acceptancd (পৃঃ ১৭১)

নিদুৰ্সি, a. নিজগৰীয়া, নিৰপৰাধি, innocent, blame ... faultless (পৃ: ৩২২)

মটক, s মোআমৰিয়া. মৰান Muttuck, a district in upper Assam (পৃ: ৪৪৩)

মিচিমি, s. এক পৰ্বতীয়া জাতি চিমেম, a Mishmee a Tribe of mountain people on the N. E. border of Assam. (পৃঃ ৪৫৯)

মদ্রিম, a. নিচিনা সইলাখ, তুলা, like, similar, resembling, S. likeness. (পৃঃ ৫১৩)

স্রিমতি, a. ভাগৱতি, স্রিজুতা, prosperons, illustions, etc. fem. (পৃঃ ৫৫৫)

হুচৰিগোআ, s. চতৰ বিহুত ঢোল আদি লৈ ঘৰে ঘৰে আসীৰ্বাদ কৈ নাম গোআ. the going in procession from house to house with singing and musical instruments during the three days of Sut Bihu.

হুজ, s. মানুহৰ জুম, দল, a multitude, a crowd or throng of people. (পৃঃ ৫৬৮)

চূৰ্ণক, স. শ. (সং, চূৰ্ণক— চূৰ্ণ, উপদেশ দি) পুথিৰ দাঁতিত বা তলত লিখা কোনো বাক্য বা শব্দৰ সংক্ষেপ অৰ্থ, a short explanatary note written on the margin or at the foot of a book, a scholium.

চূৰ্ণিকা, স. শ০ "চূৰ্ণক" শব্দ চোৱা। পৃঃ (৩২৯)

টগ্‌বগা, অ, ধা, (হিং, টগৰ্‌না বাগৰ্‌) অস্থিৰৰূপে খোজ কাঢ়, থৰক বৰক কৰি গাত কৰ; যেনে ফাটকাখোৱা মানুহে টগবগায় to totter to stagger to reel (পৃঃ ৩৮০)

ডাবৰ্‌, স, শ, (হিং, বং, ডাবৰ, মুখধোৱা পাত্ৰ) গভীৰ আৰু ওৰণীয়া মুখেৰে এবিধ মুখধোৱা আৰু পিক পেলোৱা পাত্ৰ, a kind of spitton. (পৃ ঃ ৪০৬)

তাঙৰণ্‌, কৃদ, স. তাঙৰা কাৰ্য, উৎকৰ্ষ কৰা কাৰ্য; সংশোধন কৰি পুনৰায় ছপা পুথি, the act of improving, an improved edition of a book, (এইটো নতুন শব্দ)। (পৃঃ৮৯০)

নিৰ্দ্দোষী. বি, (সং নিৰ্দ্দোষ শব্দৰ অপভ্ৰংশ) দোষ নকৰা, নিজ-গৰীয়া Innocent, faultless, স. শ. দোষ নকৰা মানুহ; যেনে, নিৰ্দ্দোষীৰ ভয় নাই, an innocent person. পৃঃ (৫২৮)

বামানয়, বি, (সং বাম, বাওঁফাল+ নী, লৈ যা, বাও-পাকে নিয়া) বেদৰ আৰু চলিত মতৰ বিৰুদ্ধ; যেনে, 'বামানয় শাস্ত্ৰ মুহি

আছে সৰ্ব্বজন' (শঙ্কৰ,) opposed to the vedas, heretical. (পৃঃ ৬৬১)

মিচিমি, স. শঃ অসম দেশৰ উত্তৰ-পুবফালৰ পৰ্বতত থকা এজাতি মানুহ, a hill tribe inhabeting the hills to the north-east of Assam (স্ত্ৰী) মিচি মন্নী, (পৃ ৭৬৯)

মুখি, স. শ. কামৰূ, চমাৰ, চণপোৱা মানুহ, one who burnslime (পৃঃ ৭৭৫)

লাউলোৱা, বি ধাতুৰ পাত্ৰ কিনিবলৈ ধন নথকাত লাউৰ খোলাৰে পানী খোৱা, বৰ দুখীয়াঃ যেনে, চোৰে তাক লাউ লোৱা কৰিলে, very poor, indigent. (পৃঃ ৮৩৭)

সদৃশ. বি. (সং সদৃশ – স, সমান + দৃশ, দেখ; সমান দেখা) তুল্য, নিচিনা, একে আকৃতিৰ, like, similar.

সদৃশতা, স. শ. সাদৃশ্য, একে সদৃৰ হোৱা গুণ বা অৱস্থা. resemblance. (পৃঃ ৮৯০)

সময়ন্তি. স. শ. (সং সমং যান্তি, সমানে গতি কৰে – সমং, সমান + যা, গতি কৰ) দুয়ো পক্ষৰ সমানে হানি বা লাভ কৰি মিলোৱা কাৰ্য) যেনে, গুচৰীয়া পদকীয়াৰ মাজত সময়ন্তি কৰিলে to bring about a reconciliation, to reconcile. (পৃঃ ৮৯৫)

হৰক্ তৰক্. বি. (হৰ, নেদেখা হ তৰক, অনুৰূপ) এক সময়ত এক প্ৰকাৰ আন সময়ত আন প্ৰকাৰ হোৱা, অস্থিৰ, লোৱা লপা; এতেকে মিছা; যেনে, হৰকতৰক কথা, changeful. untrue, false. স. শ, কথাৰ অস্থিৰতা; যেনে, তাৰ হৰকতৰক নাই, untruth, unreliableness. (পৃঃ ৯৪৬)

হুচৰি-গোৱা, স. শ. বহাগৰ বিহুত গীত গাই নাচি ধন খুজি ফুৰা মানুহ, one of those who go about dancing and singing during the Bihu festival of Baisakh. (পৃঃ ৯৫৮)

হুজ্, স৹ শ৹ (ফাং হুজুম, সমূহ) মানুহৰ জুম; এঠাইত গোট খোৱা অনেক লোক, a crowd, a multitude. (পৃঃ ৯৫৯)
হোল্গোঁজ্, বি. হোজা. ছল চাতুৰী নজনা, simple, artless. (পৃঃ ৯৬৯)

## 'অসমীয়া হেম-কোষ'ৰ আৰ্হি

অ, অসমীয়া বৰ্ণমালাৰ আদি আখৰ; কোনো শব্দৰ আগত থাকিলে অভাৱ নোহোৱা বা বেয়া বুজায়; যেনে, অব্ৰাহ্মণ অৰ্থাৎ ব্ৰাহ্মণ নহয়, অকাল অৰ্থাৎ বেয়া কাল, অকামিলা, অৰ্থাৎ কামত নলগা, অকৰ্ম্ম, অৰ্থাৎ বেয়া কৰ্ম (পাপ)। স্বৰবৰ্ণে আৰম্ভ শব্দৰ আগত সেই অ অন হয়; যেনে (অৰ্থ) অনৰ্থ, অৰ্থৰ অভাৱ; (ঈশ্বৰ) অনীশ্বৰ, ঈশ্বৰৰ অভাৱ বা ঈশ্বৰ নহয়; (ইচ্ছা) অনিচ্ছা, ইত্যাদি, the first letter of the Assamese alphabet; placed before a word, it signifies a negation, and is equivalent to un, in, dis, etc

অ, অব্য৹ ওচৰত থকা লোকক সম্বোধন কৰাত ব্যৱহৃত মাত; যেনে, অ! হৰি হলিৰাম অ! a vocative particle (পৃঃ ১)
আহোন স৹ শ৹ (সং আসন, বহা বস্তু) হাতীৰ গলধনত মাউত বহা ঠাই; ফেৰ মেলি বহিবৰ উপযুক্ত হোৱা গছৰ ডাল; নাৱৰ গুৰিয়াল বহা ঠাই, that part of an elephant's neck on which the driver sits, a natural seat formed by the branches of a tree; the steerman's seat in the stern of a boat (পৃঃ ৯৮)

উভহাঁ, স৹ শ৹ (অং উভ খিয়) নিমজ পাট-আদিত থকা জোঙা বা অসমান বস্তু; যেনে, বদুৱা চাঁছেৰে চহা পাটত উভহাঁ থাকে; এতেকে আসোঁৱাহ, আপত্তি; যেনে, তেওঁ উভহাঁ উলিয়াইছে, anything that rises like a small thorn on a smooth surface an objection (পৃঃ ১১৯)

এক্‌ৰনকালি. ক্রি. বি. (সং. এক + কালিন) পূর্ব্বে কোনো এক সময়ত, আগৰ কালত, once upon a time, formerly (পৃঃ ১২৯)
কৃপণ্‌. স. শ. (সং কৃপ্‌ পাৰগ হ, অর্থ্যাৎ ধন সঁচিব পৰা হ) কৰাইচ মানুহ কট্‌কিনা মানুহ a miser. বি, কিট্‌কিনা, miserly. (পৃ ১৯৬)

কোঙ্কা, স. ধা. আকৃতি মাত্রকৰ্‌, চিনমাত্র কৰ্‌. অসম্পূর্ণৰূপে প্রস্তুত কৰ্‌; যেনে, নাও কোঙ্কাইছোঁ, মূর্ত্তি কোঙ্কাই'ছোঁ, পুথি কোঙ্কাইছোঁ to sketch, to make an outline of. (পৃঃ ২০৯)
খৰ্‌খৰীয়া. বি. লৰালে খৰ্‌খৰ্‌ শব্দ কৰা, বৰ শুকান, rustling very dry, (পৃঃ ২২ )

গ্রহণ্‌. কৃদ. স. (সং, গ্রহণ, লওন—গ্রহ্‌, ঐ) লোৱা কাৰ্য্য; যেনে, ধন গ্রহণ কৰিছে. আকাশত থকা দীপ্তিমন্ত বস্তুৰ আন এটা বস্তুৰ দ্বাৰা আচ্ছাদন. যেনে, চন্দ্রৰ দ্বাৰা সূৰ্য্যৰ আৰু পৃথিবীৰ দ্বাৰা চন্দ্রৰ আচ্ছাদন, এই দুইৰ প্রথমটোৰ নাম সূৰ্য্যগ্রহণ, দ্বিতীয়টো চন্দ্রগ্রহণ সকলো গ্রহৰ গ্রহণ হয়, কিন্তু আমাৰ সম্বন্ধে চন্দ্র সূর্য্য বৰ ডাঙৰ আৰু প্রতাপী বস্তুঃ এতেকে সেই দুইৰ গ্রহণৰ কথা সকলোৱে জানে, the act of receiving or taking, an eclipse, (পৃঃ ২৭৯)
ঘৰ্‌ফলীয়া, স. শ. অসম ৰজাৰ ঘৰ সজা এথেল মানুহ; এতেকেঘৰ সাজি জীৱিকা কৰোঁতা; ইটা বা শিলেৰে ঘৰ আদি সাজোঁতা.one of a class of men who constructed houses for the Assam Rajas, hence a house builder, a mason. (পৃঃ ২৮৪)

——

# পাতনি

ভাষা শিকিবৰ দুটাই উপায় ব্যাকৰণ আৰু অভিধান, ইয়াক সকলোৱে জানে। কিন্তু যদিচ অসম দেশত অসমীয়া ভাষা বহুকালৰ আগৰ পৰা চলি আহিছে; তথাপি এই দেশৰ কোনো-লোকৰ দ্বাৰা তাৰ ব্যাকৰণ বা অভিধান ৰচিত হোৱা নাছিল। পূৰ্ব্ব কালত হিন্দুবিলাকে সংস্কৃতক আদৰ আৰু দেশী ভাষাক হেয় কৰাই ইয়াৰ কাৰণ। পাচে অসম দেশ ইংৰাজ জাতিৰ হস্তগত হওতে দেশাধিকাৰসকলৰ ভ্ৰমত বঙ্গালী ভাষা অসমীয়াৰ মাতৃভাষাৰূপে পৰিগণিত হোৱা হেতু অসমীয়া ভাষাই ৰাজসভা আৰু পাঠশালাত সোমাবৰ অধিকাৰ নেপালে। এই কাৰণ তেতিয়াও তাৰ উন্নতিৰ নিমিত্তে যত্ন নোহোৱা একো আচৰিত নহয়। কিন্তু সুভাগ্যৰ গুণে এতিয়া সেই ভ্ৰম কিছু পৰিমাণে গুচিছে।

১৭৮১ শকত এই লেখকে এখান ব্যাকৰণ ৰচনা কৰাত আমেৰিকাৰ মিসানেৰিবিলাকে তাক ছপাই প্ৰকাশ কৰে। সি এতিয়া তৃতীয় তাঙ্গৰণত সোমাইছে। তাৰ পাচত আন কোনো কোনো লোকেও ব্যাকৰণ ৰচি প্ৰচাৰিত কৰাত তাৰ অভাৱ কথঞ্চিৎ দূৰ হৈছে। কিন্তু আমাৰ ভাষাৰ অভিধান মুঠেই নাই বুলিলেও কোনো দোষ নহয়, কিয়নো যদিও শিৱসাগৰৰ মিস্যানেৰিবিলাকে এই ভাষাৰ এখান অভিধান যুগুত কাৰবলে বিস্তৰ দিন যত্ন কৰি বহুত শব্দ গোটোৱাত ১৮৬৭ খ্ৰীষ্টিয়ান শকত পাদ্ৰি ব্ৰন্সন চাহাবে তাক সমাপ্ত কৰি ছপালে; কিন্তু তাৰ বৰ্ণবিন্যাস সমূলি অশুদ্ধ আৰু অথৰ কথাতো সি যেনে হব লাগে তেনে নোহোৱা হেতু অসমীয়া শিকোঁতাবিলাকৰ তাৰ পৰা একো উপকাৰ হোৱা নাই আৰু নহয়ো। এই অসুচল গুচাবৰ মনেৰে কিছু বছৰৰ আগেয়ে বৰ্ত্তমান লেখকে "হেমকোষ" নাম দি এখান ডাঙ্গৰ অভিধান যুগুত কৰে। তাত—নিশ্চয় কৰিব পৰা যায় মানে—প্ৰত্যেক শব্দৰ মূল আৰু অসমীয়া প্ৰতি শব্দ বা ব্যাখ্যাৰ পাচত ইংৰাজী অৰ্থ দিয়া গৈছে। ইয়াত বাজে সমাৰ্থক শব্দবিলাকৰ ব্যাখ্যা আৰু উদাহৰণ, আৰু অৰ্থে সৈতে ভালেমান সদায় ব্যৱহৃত ভাবুক খণ্ড বাক্য

( idiomatical phrases ) সন্নিবিষ্ট হৈছে। সংক্ষেপকৈ কব লাগিলে ওৱেবষ্টৰৰ ইংৰাজী অভিধান তাৰ আহি; আৰু সেই পুথিকে চানেকি কৰি তাক লিখা হৈছে। কিন্তু সি ইমান ডাঙৰ হৈ পৰিলে যে ৰবিন্সন্ ক্রুচোৰ নাৱৰ দৰে তাক অকলৈ লৰোৱা অসম্ভৱ হল। আমাৰ অকল ধন নাই এনে নহয় ছপা যন্ত্রও নথকাৰ নিচিনা। সৎসৰ্ব্বহ ভাঙি তাক কলিকতাত ছপালেও, আজি-কালি আমাৰ দেশৰ লোক সকলৰ নিজ ভাষালৈ যিমান আদৰ, তালৈ চাই, উচিত মূল্য দি তাক কিনোতা যে সৰহ ওলাব, এনে আশা কৰিব নোৱাৰি, এইবিলাক কাৰণৰ নিমিত্তে সি আজিলৈকে পোহৰ দেখা নাই, আন্ধাৰতে পৰি আছে। )

তাৰ পাচত সংক্ষিপ্ত "হেমকোষ" নামেৰে তাতকৈ সৰু এখান অভিধান প্রস্তুত কৰা যায়। তাত শব্দবিলাকৰ মূল, সমাৰ্থক শব্দ আৰু খণ্ড-বাক্য নাই। কিন্তু অসমীয়া আৰু ইংৰাজী, দুয়ো ভাষাৰে অৰ্থ লিখা গৈছে, সিও ওপৰত কোৱা কাৰণতে বাহিৰলৈ ওলাব পৰা নাই, ভিতৰতে ভেঁকুৰিছে।

সেই দুখান অভিধান পৰি থাকোতেও এই ক্ষুদ্র অভিধান সংগ্রহ কৰাৰ কাৰণ এই যে আমাৰ গাঁৱলীয়া পঢ়াশালিবিলাকৰ কাৰণ এখান ইংৰাজী অৰ্থ নথকা সৰু অভিধানৰ প্রয়োজন আছে। সেই বোৰত ই চলিব পাৰিব; আৰু ডাঙৰ নোহোৱা হেতু ইয়াৰ ব্যয়ো কম হব, এতেকে ইয়াক অনেকে কিনা সম্ভৱ। সেয়ে হলে ইয়াৰ বাবে কৰা শ্রম আৰু ব্যয় নিৰৰ্থক নহয়। ইয়াক যদিচ "পঢ়াশলীয়া" অভিধান নাম দিয়া গৈছে তথাপি সম্প্রতি গাৱঁলীয়া পঢ়াশালিত ব্যৱহৃত পুথিবোৰত থকা শব্দ-বিলাকৰ বাহিৰেও ইয়াত বিস্তৰ অসমীয়া শব্দ আছে, আৰু অকল প্রতি শব্দ বা ব্যাখ্যাৰ দ্বাৰা যি শব্দৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম নহয়, তাক যি ভাবত ব্যৱহাৰ কৰা যায়, তাৰ উদাহৰণ দি বুজাবলৈ চেষ্টা কৰা গৈছে; এতেকে ই অকল পঢ়াশলীয়া ছাত্রৰ নহয়, আনৰো উপকাৰ সাধিবলৈ সক্ষম হব এনে আশা কৰিব পাৰি।

যদিও লেখকে ইয়াক সৰ্ব্বাঙ্গ সুন্দৰ কৰিবলৈ পাৰেমানে যত্ন কৰিছে, তথাপি ই গোটেই দোষশূন্য বা সম্পূৰ্ন হৈছে, তেওঁৰ

মনত এনে বিশ্বাসে ঠাই পোৱা নাই, কিয়নো এনেবিলাক ক্যাৰ্য্যো প্ৰথম বাৰতে সকলো প্ৰকাৰে শ্ৰেষ্ঠতা লভিব নোৱাৰে, ইয়াক তেওঁ ভালকৈ জানে। যেনেকৈ সোণৰ পৰীক্ষাৰ উপায় জুই তেনেকৈ পুথিৰ পৰীক্ষক পাঠক। এতেকে ইয়াৰ গুণাগুণৰ বিচাৰৰ ভাৰ বিজ্ঞতম পাঠকবিলাকক দি লেখকে এই মাত্ৰ প্ৰাৰ্থনা কৰে যে কোনো জনে ইয়াত কোনো স্বৰূপ দোষ দেখিলে যেন তেওঁক জনায়। তাকে কৰিলে সেই ভদ্ৰলোকজনৰ শলাগ লৈ ইয়াক পুনৰায় ছপাবৰ সময়ত সেই দোষ গুচাবলৈ কাৰবাৰ কৰা যাব।

হেমকোষ সংগ্ৰহ কৰোতে লেখকে ব্ৰণসন চাহাবৰ অভিধানৰ সাহায্য বিচাৰিছিল; কিন্তু ওপৰত কোৱা কাৰণৰ নিমিত্তে তাৰ পৰা অধিক সহায়তা পোৱা নগল; তথাপি তাত বিস্তৰ অসমীয়া শব্দ থকা হেতু লেখকৰ শব্দ সংগ্ৰহৰ পৰিশ্ৰম অনেক গুণে লঘু হল। ই সামান্য লাভ নহয়। অথৰ কথাত যদিচ তাৰ পৰা পোৱা সাহায্য নিচেই কম, তেও সি সেই বিষয়ত মুঠেই উপকাৰ কৰা নাই বুলিব পৰা নেযায়।

ব্ৰণসন্ চাহাবৰ অভিধানত বাজে লেখকে উইলচনৰ সংস্কৃত ইংৰাজী অভিধান, টম্পচনৰ হিন্দী আৰু উৰ্দ্দু-ইংৰাজী অভিধান আৰু মাজে সময়ে কেৰীৰ বঙ্গালী-ইংৰাজী অভিধানো চাইছিল, আৰু সেইবোৰৰ পৰাও কিঞ্চিৎ উপকাৰ লভিছিল, এতেকে এই সুচলতে, সিবিলাকৰ সকলোৰে শলাগ লৈ এই পাতনি সমাপ্ত কৰা গল।

শ্ৰীহেমচন্দ্ৰ বৰুৱা

গুৱাহাটী।
আঘোন, ১৮১৪ শক

# ভালকৈ মন দি পঢ়ি মনত ৰাখিবলগীয়া কথা ।

## বৰ্ণবিন্যাসৰ নিয়মবিলাক ।

আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায় । প্ৰথমে উচ্চাৰণ অনুসৰি ; দ্বিতীয়ত মূল শব্দৰ দৰে, তৃতীয়ত জনা লোক-সকলে বহুদিন চলোৱা নিয়মমতে । কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণেই ঘাই বাট দেখাওঁতা । এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ নলৰে, তেনেহলে তাৰ মূললৈ নেচাই উচ্চাৰণৰ অনুগামী হব লাগে । এই কাৰণ সংস্কৃত "মসুৰ" শব্দক আমাৰ উচ্চাৰণ অনুসাৰে মচুৰ * লিখা কৰ্ত্তব্য, আৰু এই অভিধানত লিখাও গৈছে । সেই দৰেই সং. প্ৰৱীণ, অং. প্ৰবীণ ; সং. বৰ্ত্তি. অং. বত্তি ; সং. বৰ্ণবিন্যাস ; অং বৰ্ণবিন্যাস সং. বেদ ; অং বেদ বং. সজিনা, অং. চাজনা ; হিং. আসী. অং আচী ইত্যাদি । ফ.চী আদি বিদেশী ভাষাৰ শব্দকো আমাৰ উচ্চাৰণৰ দৰে লিখা উচিত : যেনে চাহাব, বুটিচ, ৰুচিয়া, ইত্যাদি । মূল শব্দৰ যি আখৰ ৰাখিলে অসমীয়া শব্দৰ উচ্চাৰণৰ ব্যতিক্ৰম নহয়, তাক মূলৰ দৰে লিখিব লাগে ; যেনে, সং. কৰ্ণ, অং. কাণ ; সং. ছাত্ৰ, অং. ছাতৰ ; সং. ষোড়শ, অং. ষোল ; সং. সপ্ত, অং. সাত, ইত্যাদি । অনেক দিন চলি থকা নিয়ম— ভৰি ( চৰণ ). গোটেই গাৰ ভৰ ইয়াত আছে, এই ভাবত তাৰ সেই নাম হৈছে ; এতেকে তাক ভৰী লিখা উচিত ; কিন্তু "ভৰি" এই দৰে লিখা ৰীতি বহুদিন চলি আছে, আৰু সেইৰূপে লিখাৰ পৰা উচ্চাৰণ নলৰে । এই কাৰণ তাৰ বৰ্ণবিন্যাসৰ পৰিবৰ্ত্তন অনাৱশ্যক, আৰু বাঞ্চনীয় নহয় । এইবিধৰ আৰু কিছু শব্দ আছে ।

---

* এই কথা মনত ৰাখিব লাগে যে যদিচ আমি সংস্কৃত পুথি পঢ়োঁতে সেই ভাষাৰ নিয়ম মতে শ, ষ আৰু স, এইকেইটা আখৰক চ উচ্চাৰণ কৰোঁ ; তথাপি অসমীয়াত চলিত সংস্কৃত শব্দত সিহঁতৰ উচ্চাৰণ অসমীয়া ।

সংস্কৃত আদি ভাষাত "ড"ৰ কঠিন "ৰ"ৰ নিচিনা এটা উচ্চাৰণ আছে; যেনে, সং, ষোড়শ, এডৱা; বং, বড়িয়া, বাড়া-বাড়ি, ইত্যাদি। কিন্তু সৰহ ভাগ অসমীয়াৰ মুখত ড, তাৰ তেনে উচ্চাৰণৰ সলনি, সাধাৰণ "ৰ"ৰ দৰে হে উচ্চাৰিত হয়। এতেকে যদিচ সেইবিলাক ভাষাৰ কোনোটোৰ পৰা ওলোৱা অসমীয়া শব্দত কঠিন "ৰ"ৰ দৰে মাত্তিব লগা 'ড'ৰ সলনি আমাৰ উচ্চাৰণ অনুসৰি ৰ মাথোন ব্যৱহাৰ কৰা যুগুত; তথাপি সেই দুটা উচ্চাৰণ অলপহে লব; এই কাৰণ তেনেবিলাক শব্দক এই অভিধানত সিহঁতৰ মূল ঠিক ৰাখিবলৈ ড, আৰু অসমীয়া উচ্চাৰণ অনুসাৰে ৰ দি দুয়ো প্ৰকাৰে লিখা গৈছে, যেনে, সং, গুড়, অং, গুড আৰু গুৰ; সং কাণ্ড, অং, কাঁড় আৰু কাঁৰ; সেই দৰেই সং, মুণ্ড অং, মুড় আৰু মুৰ; সং, ষণ্ড, অং, ষাঁড আৰু ষাঁৰ ইত্যাদি। কিন্তু দণ্ড আদি শব্দৰ অপভ্ৰংশ কিছু শব্দ এই নিয়মৰ বাজ; সিহঁতক কেৱল উচ্চাৰণ অনুসৰি লিখাহে ভাল, আৰু এই অভিধানত লিখাও গৈছে; যেনে দং, ডাঁৰ ইত্যাদি।

জ, ঝ, এই দুটা আখৰো অসমীয়াত একে দৰেই উচ্চাৰিত হয়, তথাপি যিবিলাক শব্দৰ মূলত ঝ আছে, সেই বিলাকৰ বৰ্ণ বিন্যাসতো আমাৰ উচ্চাৰণ অনুসাৰে জ আৰু মূল ঠিক ৰাখিবলৈ ঝ ব্যৱহৃত হৈছে; যেনে, সং ঝিল্লীক অং, জিকা আৰু ঝিকা; সং, ঝিল্লী, অং, জিলী আৰু ঝিলী ইত্যাদি। ইয়াত একো দোষ দেখা ন যায়; কিয়নো অন্যান্য ভাষাতো দুই বা অধিক প্ৰকাৰে লিখা শব্দ বিস্তৰ আছে। কিন্তু তেনেবিলাক শব্দ লিখোঁতে ভাল লেখক বিলাকৰ অনুগামী হোৱা উচিত।

কিন্তু হিন্দীৰ বা বঙ্গালীৰ পৰা ওলোৱা যি বিলাক শব্দ বহুকাল অসমীয়া ভাষাত চলি থকা হেতু তাৰ অঙ্গস্বৰূপ হৈছে, সেই বোৰক, সিহঁতৰ মূলৰ ঝ বা ড আখৰৰ সলনি আমাৰ উচ্চাৰণৰ দৰে কেৱল জ বা ৰ দি লিখা উচিত; যেনে, বং মাঝ, অং মাজ; বং, বুঝন, অং, বুজন; বং, ফড়িং, অং ফৰিং (সং ভাণ্ডাগাৰ), হিং, ভণ্ডাৰ, বং, ভাণ্ডাৰ, অং, ভঁৰাল; হিং থপড়া, অং থাপৰ; হিং জাড়া, অং জাৰ (শীত); হিং, ঝাল, অং জাল, ইত্যাদি।

আমাৰ ভাষাত যেনেকৈ শ, ষ আৰু স এই কেইটা আখৰৰ উচ্চাৰণৰ একো প্ৰভেদ নাই, তেনেকৈ চ, ছ, ই ( ি), ঈ ( ী ) আৰু উ ( ু ), ঊ, ( ূ ), ইহঁতৰো প্ৰত্যেক যোৰৰ উচ্চাৰণৰ একো বিভিন্নতা নাই; এতেকে শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন নহলে স, চ, ই ( ি ) আৰু উ ( ু ) মাথোন ব্যৱহাৰ কৰা উচিত। কোনো কোনো অসমীয়া লেখকৰ মতে শ, ষ বা "স"ৰে লিখা হিন্দী বা বঙালী, S থকা ইংৰাজী বা 'চিন" আখৰ যুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোঁতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত, কিন্তু এইটো মত যুক্তিসঙ্গত নহয়; কিয়নো ওপৰত কোৱা গৈছে যে আমাৰ ভাষাত চ, ছ, দুইৰো একে উচ্চাৰণ, একো প্ৰভেদ নাই; এনে স্থলত "চ"ক এৰি ছ লিখিবৰ একো কাৰণ দেখা নাযায়। কেৱল মছলমান শব্দ নিয়মৰ বাজ; কাৰণ শিক্ষিত বঙালী মছলমানেও মুছলমান লিখে। এতেকে সেই শব্দকে মূল বুলি আমি মতাৰ দৰে মছলমান লিখা অযুগুত যেন বোধ নহয়।

দুটা বা অধিক শব্দৰ বৰ্ণবিন্যাস একে হলে সিহঁতৰ এটাক আনটোৰ পৰা পৃথক কৰিব নোৱাৰাৰ নিমিত্তে কোনো ঠাইত পাঠকৰ মনত অৰ্থৰ কথাত আশঙ্কা জন্মিব পাৰে; এতেকে প্ৰত্যেক শব্দৰ বৰ্ণবিন্যাস বেলেগ হব লাগে। *

. এই অভিধানত, পৰা যায় মানে এই মূল মত (principle) পালন কৰা গৈছে। তাৰ উদাহৰণ— সং হড়িক (এটা অন্ত্য জাতি) আৰু হাড় (জন্তুৰ দুটা ঠেং গোটাই দি দিয়া বান্ধ), এই দুই শব্দৰ অপভ্ৰংশ দুটা শব্দৰ প্ৰথমটোক কেৱল উচ্চাৰণৰ দৰে "হাৰি" আৰু দ্বিতীয়টোৰ মূল অনুসাৰে 'হাড়ি" লিখা গৈছে।

---

* অস্থি বুজোৱা হড্ড শব্দৰ অপভ্ৰংশ হাড় শব্দক যদি আমাৰ উচ্চাৰণ অনুসৰি হাৰ লিখা যায়, তেন্তে তাৰ আৰু মূলৰ দৰে লিখিত, ডিঙিৰ অলঙ্কাৰ বুজোৱা 'হাৰ" শব্দৰ মাজত একো প্ৰভেদ নেথাকে; তলত অমুকাৰ "হাৰ ছিগিল" এনেকৈ লিখিলে তাৰ অস্থি ভাগিল নে অলঙ্কাৰ সুলকিল বুজা টান হব। সংস্কৃত ভাষাত তেনে শব্দ বিস্তৰ আছে' আৰু অনেক ঠাইত অৰ্থৰ বিষয়তো আশঙ্কা জন্মায়।

সেইদৰেই সং শুণ্ডি ( চূৰ্ণ ) শব্দৰ অপভ্ৰংশ শব্দ এটা ক অসমীয়াত গুড়ি, আৰু সং. "গোড়া" শব্দৰ পৰা ওলোৱা আন এটা শব্দক গুৰি (ওচৰ বা গছৰ মূল) লিখি ইটোৰ পৰা সিটোক পৃথক কৰা গৈছে, ইত্যাদি। কিন্তু সকলো ঠাইত এই নিয়ম পালন কৰা টান। তাৰ প্ৰমাণ— ভাঙনি (ভাং গছৰ সমূহ) আৰু ভাঙনি (এক ভাষা ভাঙি আন এক ভাষাৰে কৰা ৰচনা) ইত্যাদি। এনে ঠাইত লেখাৰ ভাবলৈ চাই অৰ্থ কৰাত বাজে আন উপায় দেখা নাযায়।

ঋ, ৰ ষ এই তিনটা আখৰৰ পাচত থকা 'ন'' ৰ ঠাইত ণ হয়; যেনে ঋণ, তৃণ ইত্যাদি। সেই কেইটা আখৰৰ কোনোটোৰ আৰু "ন" ৰ মাজত কোনো স্বৰ বা হ, য়, ৱ, ক, খ, গ, ঘ, প ফ, ব, ভ বা ম থাকিলেও সেই ন ণ হয়, যেনে কৰণ, কাৰণ, গ্ৰহণ, নাৰায়ণ, প্ৰবীণ কৃপন ইত্যাদি। সংস্কৃতৰ পৰা নোলোৱা কোনো অসমীয়া শব্দৰ ঋ, ৰ বা ষ আৰু "ন" ৰ মাজত ওপৰত লিখা আখৰবিলাকৰ কোনো এটা থাকিলে সেই ন পৰিবৰ্ত্তিত নহয়, যেনে, বৰিয়নি (মাটি) বৰিয়ানী, মৰিয়ানী, ৰে ৱন, ৰে'ৰনী ইত্যাদি কিন্তু সংস্কৃতৰ অপভ্ৰংশ কোনো শব্দৰ পাচত কোৱা নিয়ম খাটে, অৰ্থাৎ তেনে শব্দত তাৰ মূলৰ ন নুগুচে; যেনে, সং. গ্ৰহণ, অং. গৰিহণা; সং. অৰ্হন (পূজা), অং. অৰিহণা (পূজা আদি কৰাৰ দক্ষিণা) ইত্যাদি।

ক, খ, ত, থ, প, ফ, আৰু ম ইহঁতৰ কোনো আখৰে সৈতে কেৱল "স" ৰ যোগ হয়; যেনে, বয়স্ক, স্খলিত অস্ত, স্থান, স্ফটিক, ভস্ম, ইত্যাদি। কিন্তু ই, ঈ, উ বা ঊ স্বৰৰ পাচত থকা ক, খ, প, ফ, বা ম আখৰে সৈতে ষ মাথোন যোগ কৰা যায়; যেনে নিষ্কৰ, নিষ্পাপ, ভীষ্ম, পুষ্প ইত্যাদি। বাষ্প শব্দৰ প "ম"ৰে সৈতেও যুক্ত হয়; যেনে বাস্প বা বাষ্প। "ট" আৰু "ঠ"ৰে সৈতে কেৱল "ষ"ৰ যোগ হয়; যেনে, কষ্ট, ষষ্ঠ ইত্যাদি।

স্ত্ৰীলিঙ্গ শব্দৰ ই সদায় দীঘ হয়; যেনে তিৰী, বাঘিনী, শিয়লী ইত্যাদি। কিন্তু সংস্কৃতত গতি, মতি, ৰতি ইত্যাদি কিছুমান হ্ৰস্ব

ইকাৰান্ত শব্দো স্ত্ৰীলিঙ্গ। সেই বিলাক জীৱ নথকা বস্তুৰ নাম, এতেকে অসমীয়াত সিহঁতক ক্লীবলিঙ্গ হে বোলা যায়।

## উচ্চাৰণ

অসমীয়া ভাষাত অসংযোগী আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা এটা ব্যঞ্জন আখৰ অন্তত থকা শব্দ বিলাক ব্যঞ্জনান্ত ৰূপে উচ্চাৰিত হয়; যেনে, ঘৰ্, পৰ্, আগ্, পাচ্ ইত্যাদি। তলত লিখা শব্দবোৰ মাথোন এটা নিয়মৰ বাজ; সিহঁত অকাৰান্ত; যেনে, নাৰ, বাট, পাভ, কাছ, ভাদ, গাধ, পাৰ, পল (বোকা বা মাছ ধৰা যতন), আপ, কাঁক, হেৰ, সাঁফ, এঘাৰ, বাৰ, তেৰ, পোন্ধৰ, ষোল, সতৰ, অঠৰ, শ, (মৰা; ১০০) ন (নতুন;৯), কলীয়াজাৰ, হেল হৈচ, ক্ষত্ৰিয়, ইন্দ্ৰিয়, লৌহ, শিৱ, বৈৰ, স্ৰৈণ, নৱ, প্ৰিয়, দ্বিতীয়, তৃতীয় *। ঈয় বা এয় অন্তত থকা শব্দবোৰো অকাৰান্ত: যেনে, স্বৰ্গীয়, বঙ্গীয়, দিৱসীয়, দেয়; হেয়, বিধেয় ইত্যাদি।

শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰো যুক্ত নোহোৱা যি অসংযোগী ব্যঞ্জনৰ আগত অনুস্বাৰ বা বিসৰ্গ থাকে, সিও অকাৰান্তৰূপে উচ্চাৰিত হয়; যেনে, ধ্বংস, কংস, সিংহ, মাংস, দুঃখ ইত্যাদি। কিন্তু শংখ্ শব্দ শংখ, এনেকৈও মতা যায়।

শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা সংযোগী ব্যঞ্জনো অকাৰান্ত; যেনে, স্কন্ধ, বন্ধু, শব্দ, ৰহস্য, মূৰ্খ ইত্যাদি। তলত লিখা শব্দবোৰ এই নিয়মৰ বাজ; সিহঁত ব্যঞ্জনান্ত; যেনে, কন্ধ্, কোন্ধ কান্ধ্, আন্ধ্, গুলঞ্চ্, ফান্দ্, বান্ধ্, পোন্ধ ইত্যাদি। ধাতুৰ অন্তত থকা সংযোগী আৰু স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন কেতিয়াও অকাৰান্তৰূপে উচ্চাৰিত নহয়; যেনে, বান্ধ্, বান্ধ, কান্দ্, চান্দ্ ইত্যাদি কোনো স্বৰৰ চিন নথকা এটা মাথোন ব্যঞ্জন আখৰীয়া ধাতু সদায় অকাৰান্তকৈ মতা যায়; যেনে, ল, থ, ৰ, ব, স, হ ইত্যাদি।

---

* গদ্যত ব্যঞ্জনান্তৰূপে উচ্চাৰিত শব্দবোৰো পদ্যত প্ৰায়ে অকাৰান্তকৈ মতা যায়; যেনে, (গদ্যত) কৃষ্ণৰ্, চৰণ্, শৰণ্, মোৰ্; (পদ্যত) কৃষ্ণৰ, চৰণ, শৰণ, মোৰ ইত্যাদি।

১৯ ৰ পৰা [১০ক এৰি] ২৮ লৈকে সংখ্যা শব্দবিলাকৰ অন্তৰ শ "চ"ৰ দৰে উচ্চাৰিত হয়; যেনে, ঊনৈশ্ [ঊনৈচ্], পঁচিশ্ [পঁচিচ্] ইত্যাদি। সেই উচ্চাৰণ বুজাবলৈ এই অভিধানত, সেইবিলাক শব্দৰ পাচত বেষ্টন ৰেখাৰ মাজত চ দিয়া গৈছে; যেনে, ঊ.শ্ [-চ্], চল্লিশ্ [-চ্] ইত্যাদি। এইবিলাক শব্দ সিহঁতৰ মূল অনুসৰি বহুদিন ওপৰত কোৱাৰ দৰে লিখিত আৰু উচ্চাৰিত হৈ থকা হেতু এতিয়া সিহঁতৰ বৰ্ণবিন্যাস বা উচ্চাৰণ লৰোৱা অসম্ভৱ। সেই বৰ্ণবিন্যাস আৰু উচ্চাৰণ পৰস্পৰ অসঙ্গত ই সঁচা; কিন্তু এই কালৰ শ্ৰেষ্ঠ ভাষা ইংৰাজীতো এনে অসঙ্গতিৰ সংখ্যা অলেখ। আমাৰ ভাষাত গোটাচাৰেক তেনেবিধৰ শব্দ থকাত একো দোষ দেখা নেযায়। আৰু কুৰি বুজোৱা শব্দটো পঞ্চাশ্ আৰু, পঞ্চাচ্ দুয়ো প্ৰকাৰে উচ্চাৰিত হয়; কিন্তু লেখাত প্ৰথম প্ৰকাৰে লিখা হে যুগুত। অসম, অসমীয়া এই দুটা শব্দক অচম, অচমীয়া নুবুলি অসম, অসমীয়া, এনেকৈ মাতিব আৰু লিখিবও লাগে। কিয়নো আগৰ কালত সিহঁত সেইদৰে হে ব্যৱহৃত হৈছিল।

শব্দৰ অন্তত বা মাজত থকা য, য় (ইয়) উচ্চাৰিত হয়; যেনে, হয়, প্ৰয়োজন্। কিন্তু কোনো কোনো শব্দত সেই দুটাইতো সি নিজ উচ্চাৰণ নেৰে, আৰু যিবোৰ শব্দত সি জ উচ্চাৰিত হয়, সেইবোৰৰ পাচত বেষ্টন ৰেখাৰ মাজত জ দিয়া গৈছে; যেনে, নিযোগ্ (--জো-), বিযোগ্ (-জো-) নিযুক্তি (-জু-), কায্ (-জ-) ইত্যাদি।

অসমীয়া ভাষাত সাধাৰণ মতে হ্ৰস্ব আৰু দীঘ স্বৰৰ উচ্চাৰণৰ মাজত একো প্ৰভেদ নাই, দুয়ো হ্ৰস্বকৈ উচ্চাৰিত হয়। কিন্তু কোনো কোনো অসমীয়া শব্দৰ আদি স্বৰক দীৰ্ঘকৈ উচ্চাৰণ কৰা যায়। সেই উচ্চাৰণ বুজাবলৈ দীৰ্ঘ স্বৰ ব্যৱহাৰ কৰা উচিত, আৰু কৰাও হৈছে; তেনে ঘূ-ঘুয়া, কী-কিয়া, বী-বিয়া ইত্যাদি। এইবিলাক শব্দৰ উচ্চাৰণ কিকিয়া, ঘুঘুয়া, বিবিয়াতো এনে নহয়; সিহঁতৰ প্ৰথম স্বৰটো দীঘলকৈ মাতিব লাগে।

## উচ্চাৰণৰ চিনবিলাক

অকলৈ বা ব্যঞ্জনেৰে যুক্ত হৈ থকা যি "অ"ৰ ওপৰত(–)এই চিন আছে, তাক অলপ দীঘলকৈ, অৰ্থাৎ অভিধান শব্দৰ "অ্" ৰ দৰে মাতিব লাগে; যেনে, অঁঠি, অঁৰি, মঁতি, মঁহ ইত্যাদি। সেই চিন নথকা অ চুটি, অৰ্থাৎ অকাৰ শব্দৰ 'অ' ৰ নিচিনা, যেনে অবাৰ্, অকল্, মহ, ঘৰ্, ইত্যাদি। এই চিন ওপৰত থকা শুদা বা ব্যঞ্জনৰে যুক্ত এ দীঘলকৈ অৰ্থাৎ এতিয়া শব্দৰ 'এ' ৰ দৰে মতা যায়; যেনে, এই, এইয়া, সেই, শেলুক ইত্যাদি। সেই চিন নথকা এ চুটি, অৰ্থাৎ, "বেৰ" শব্দৰ 'এ' তুল্য; যেনে এক, এৰা, বেয়া, বেলেগ ইত্যাদি। মনত ৰাখিব লাগে যে শব্দবিলাকৰ উচ্চাৰণ শিকাবৰ কাৰণ এই পুথিৰ ওপৰত দেখোৱা চিন ব্যৱহৃত হৈছে; বাক্য ৰচনাত তাৰ আৱশ্যক নাই।

শব্দৰ যি আখৰৰ ওপৰত(') এই চিন দিয়া গৈছে, তাৰ পাচত এটা আখৰ লুপ্ত হৈ আছে বুলি জানিবা, আৰু তাক অলপ দীঘলকৈ অৰ্থাৎ তাৰ পাচৰ আখৰটোৰ পৰা অলপ বেলেগাই মাতিবা; যেনে, (মুখ-চোৱা) মু' চোৱা, (ধাৰ কৰিবলৈ গৈ ধাৰ দিওঁতাক দিয়া ভেটী); (মহতাব্, ফাৰ্চী) ম'তা (নীল বা ৰঙা পোহৰ); (ৰহৰহীয়া) ৰ'ৰৈয়া, (ৰসাল বা মৃদুৰূপে চলা বতাহ); (ৰহৰহী), ৰ'ৰৈ (ৰসযুক্তা তিৰী); (ৰহ্ৰহ্ কৰে) ৰ'ৰ কৰে (সোৱাদ লগাই মৃদুৰূপে; বতাহ চলাত খাটে); (বাহু-বিচনী); বা, বিচনী (কান্ধৰ পাচৰ চেপেটা হাড়); (বায়ু-মণ্ডলী) বা'মাৰলী (ঘূৰা বতাহ); (ৰাজ্বাঁহ)ৰা বাঁহ ইত্যাদি।

যি শব্দত কোনো আখৰ লুকাই নেথাকে; কিন্তু আগৰ আখৰটো পাচৰটোৰ পৰা অলপ বেলেগাই মতা যায়, তাত সেই দুই আখৰৰ মাজত (-) এই চিন ব্যৱহৃত হৈছে; যেনে, ম-ময়া, বা-বিৰিং ইত্যাদি।

ওপৰত দিয়া চিন দুটা বাক্য ৰচনাত ব্যৱহাৰ কৰা উচিত।

সংস্কৃতৰ দৰে অসমীয়া ভাষাতো "অ"ৰ (া,ি) আকাৰ, ইকাৰ আদিৰ নিচিনা চিন নাই, আৰু ব্যঞ্জনেৰে যুক্ত হলে সি অদৃশ্য হয়, এতেকে লেখাত ব্যৱহৃত ক, খ, ইত্যাদিত অ আছে নে

নাই জনা টান। এই অসুচল গুচাবৰ কাৰণে অকাৰশূণ্য, শুদা ব্যঞ্জনৰ তলত ( ্ ) এই চিন দিয়া গৈছে। ইয়াৰ নাম হলন্ত চিন। সি তলত থকা ব্যঞ্জনক তাৰ (সেই আখৰৰ) আগত থকা স্বৰৰ সাহায্যেৰে মাতিব লাগে; যেনে, আম্, মানুহ্, কাৰ্বাৰ্ ইত্যাদি। সেই চিন নথকা আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন অকাৰান্ত; যেনে, গাধ, পাৰ ইত্যাদি। এইটো চিনো বিশেষ প্ৰয়োজন নহলে বাক্য ৰচনাত ব্যৱহাৰ কৰা নেযায়।

## শব্দবিলাকৰ অৰ্থৰ চিন

শব্দবিলাকৰ অৰ্থ লিখোঁতে একে অৰ্থ বুজোৱা দুটা বা অধিক প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত একোটা যতি (,) চিন; দিয়া গৈছে; যেনে, (মূল শব্দ) গৰাকী (অৰ্থ) প্ৰভু, অধিকাৰ। ইয়াত প্ৰভু আৰু অধিকাৰ দুইৰো একে অৰ্থ। আগৰ প্ৰতিশব্দ বা ব্যাখ্যাতকৈ বেলেগ অৰ্থ বুজোৱা প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত একোটা দীৰ্ঘ যতি (;) দি সিহঁতৰ অৰ্থ পৃথক কৰা গৈছে; যেনে, (মূং, শং) গভীৰ (অৰ্থ) দং গহীন। এই ঠাইত, এই চিনৰ পাচত থকা গহীন শব্দৰ অৰ্থ তাৰ আগৰ দ শব্দতকৈ বেলেগ। সেই চিনৰ পাচত থকা প্ৰতি শব্দ বা ব্যাখ্যাৰ মাজত দিয়া টিপনী সেইটো প্ৰতিশব্দ বা ব্যাখ্যাত মাথোন খাটে; যেনে (মূং, শ.) লঘু (অৰ্থ) পাতল; কম পৰা (পীড়াত খাটে।) ইয়াত বেষ্টন ৰেখাৰ মাজৰ "পীড়াত খাটে" এই টিপনী "কম্ পৰা" এই অৰ্থত মাথোন খটোৱা গৈছে; সেই (;) চিনৰ আগৰ "পাতল" এই অৰ্থে সৈতে তাৰ একো সম্পৰ্ক নাই। সেই দৰেই, এই চিনৰ পাচত দিয়া অৰ্থৰ উদাহৰণো তাৰ আগৰ অৰ্থত নেখাটে; যেনে, (মূং, শং) ভাল (অৰ্থ) মঙ্গল; সজলোক; যেনে, "ভালৰ শত্ৰু নাই।" এই উদাহৰণে "সজলোক" ইয়াৰ ভাব মাথোন প্ৰকাশ কৰিছে, "মঙ্গল" শব্দেৰে সৈতে তাৰ কোনো সম্বন্ধ নাই।

ওপৰত লিখা চিনবিলাকত বাজে সমাসৰ দ্বাৰা একে পদ হোৱা দুটা শব্দৰ মাজত একদেশ চিহ্ন (–) ব্যৱহাৰ কৰা উচিত, আৰু এই পুথিত কৰাও হৈছে। কিন্তু সংস্কৃত ভাষাত তাৰ চলন নাই; এতেকে সমাসৰ দ্বাৰা লগ লগা দুটা সংস্কৃত শব্দৰ মাজত সেই চিন নিদি দুয়োটা পদ এটা কৰি লিখাত কোনো দোষ দেখা নেযায়; যেনে, (হৰিৰ নাম) হৰিনাম, (ইন্দ্ৰৰ লোক) ইন্দ্ৰলোক। সেইৰূপে একেটা হোৱা দুটা অসমীয়া শব্দৰ মাজত তাক দিয়া ভাল, নিদিলেও বৰ হানি নাই; যেনে, (হাতীৰ দাঁত) হাতী-দাঁত, (ৰান্ধনিৰ ঘৰ) ৰান্ধনি-ঘৰ। কিন্তু সেই চিন নিদিলে, দুটা শব্দ বেলেগে নেলিখি একে লগ কৰিব লাগে; যেনে, হাতীদাঁত, ৰান্ধনিঘৰ ইত্যাদি।

## অপভ্ৰংশ শব্দ

নিৰোগী, নিৰ্দ্দোষী, নিষ্পাপী, মান্যৱন্ত, মান্যৱান ইত্যাদি কিছুমান শব্দ, সংস্কৃত ব্যাকৰণৰ মতে অশুদ্ধ। সংস্কৃত ভাষাত নি নাই ৰোগ যাৰ, সি নিৰোগ বা নিৰ, নাই ৰোগ যাৰ, সি নীৰোগ; নি, নাই দোষ যাৰ সি নিৰ্দ্দোষ বা নিৰ্, নাই দোষ যাৰ, সি নিৰ্দ্দোষ, সেই দৰেই নি পাপ বা নিষ্পাপ ইত্যাদি শব্দ হয়। এনেবিলাক শব্দ (ী) ঈকাৰান্ত হব নোৱাৰে। আৰু মান (সন্মান) পাবৰ যোগ্য যি, তেওঁ মান্য। এই শব্দৰ পাচত ৱন্ত বা ৱান্ যোগ কৰি মান্যৱন্ত বা মান্যৱান শব্দ কৰা সংস্কৃত ব্যাকৰণৰ বিৰুদ্ধ; কিন্তু আমাৰ ভাষাত সেইবোৰ শব্দ বহুকালৰ পৰা চলি আহিছে। সংস্কৃতৰ (সং+মান) সম্মান শব্দ অসমীয়াত 'সন্মান' এনেকৈ উচ্চাৰিত আৰু লিখিত হয়। স্বৰূপাৰ্থত সেইবিলাক আৰু আমাৰ ভাষাত চলিত সিহঁতৰ নিচিনা আন অনেক শব্দ সংস্কৃতৰ অপভ্ৰংশ। অপভ্ৰংশ শব্দ যে তাৰ মূলৰ নিয়মৰ বিৰুদ্ধ, তাক কবৰ সকাম নাই। বিস্তৰ অপভ্ৰংশ সংস্কৃত শব্দ বহুকাল আমাৰ ভাষাত চলি থাকি তাৰ অঙ্গস্বৰূপ হৈছে। এতিয়া সিহঁতক অশুদ্ধ বুলি এৰিব নোৱাৰি,

এৰিলেও অসমীয়া ভাষাৰ ছাল মঙহ গৈ জকাটো মাথোন থাকিব। এতেকে তেনেবিলাক শব্দক এই অভিধানত ঠাই দিয়া গৈছে। কিন্তু আগলৈ যেন নতুন অশুদ্ধ শব্দ আমাৰ ভাষাত নোসোমায়, তাৰ কাৰণ আমি সাৱধান হব লাগে।

আমাৰ ভাষাত কিছুমান অপভ্ৰংশ সংস্কৃত শব্দ চলি আছে. অকল এয়ে নহয়, বহুত মূল সংস্কৃত শব্দে নিজ অৰ্থত বাজে আন অৰ্থো লৈছে; তাৰ উদাহৰণ সংস্কৃত "মোহ" শব্দে অসমীয়াত তাৰ অৰ্থৰ বাহিৰে মৰম বুজায়। কোনো কোনো সংস্কৃত শব্দৰ, আকৌ মূলৰ অৰ্থ গোটেই লৰিছে। তাৰ প্ৰমাণ—সং "অনুবন্ধ" শব্দৰ অৰ্থ আৰম্ভ, সম্বন্ধ, ৰোগৰ লক্ষণ ইত্যাদি। কিন্তু অসমীয়াত আগৰ্ৰ পৰা চলি অহা দস্তুৰ; সং প্ৰবোধ (অৰ্থ) জাগৰণ, জ্ঞান, অং. সান্ত্বনা বা সুতনি। এই দৰেই বুজিব লাগে। অসমীয়াত চলিত সংস্কৃতৰ আৰু আন আন ভাষাৰ অনেক অপভ্ৰংশ শব্দেও সিহঁতৰ মূলতকৈ অন্য অৰ্থ বুজায়। তাৰ উদাহৰণ সং "মাস" শব্দও অৰ্থ মাটিমাহ; কিন্তু তাৰ অপভ্ৰংশ "মাহ" শব্দ ছেঁইত উৎপন্ন আৰু মানুহৰ খাদ্য সকলো গুটিত খাটে; যেনে, মগুমাহ, মচুৰ মাহ; সং অগ্ৰমাংস (অৰ্থ), আমঠু, তাৰ অপভ্ৰংশ অং. আগ মঙহ (অৰ্থ) বুকুত থকা এড়োখৰ ৰঙচীয়া মঙহ; বং বক্না (অৰ্থ), চেউৰী গাই, অং. বখানয়া (অৰ্থ). পিয়ন ছৰা (গৰু বা মহৰ পোৱালি); ফাং কলেজা (অথ) আগ মঙহ, অং. কলিজা (অৰ্থ), আমঠু ইত্যাদি।

## লিঙ্গ

অসমীয়াত মতা বুজোৱা শব্দ পুংলিঙ্গ আৰু মাইকী বুজোৱা শব্দ স্ত্ৰীলিঙ্গ, যেনে (পুং.) মুনিহ, (স্ত্ৰী) তিৰোতা; (পুং.) স্বামী, (স্ত্ৰী) ভাৰ্য্যা; (পুং) বাঘ, (স্ত্ৰী) বাঘিনী, ইত্যাদি। মতা নে মাইকী চিনিব নোৱৰা জন্তুৰ নাম বুজোৱা শব্দ ক্লীৱলিঙ্গ; যেনে পোক, পক্ৰা, মাছ ইত্যাদি। জীৱহীন বস্তুৰ নামো ক্লীৱলিঙ্গ; যেনে, মাটি, পানী, কাপোৰ, ইত্যাদি। কিছুমান শব্দ দ্বিলিঙ্গ, অৰ্থাৎ

পুং. স্ত্রী, দুয়ো লিঙ্গ বুজায় : যেনে, মানুহ, মহ, গৰু, পহু, ইত্যাদি। এই শ্রেণীৰ শব্দৰ আগত মতা, মাইকী নাইবা পুংলিঙ্গ বা স্ত্রীলিঙ্গ বুজোৱা আন শব্দ দি লিঙ্গৰ প্ৰভেদ কৰা যায় ; যেনে, মতা, মাইকী মানুহ, মতা মহ, মাইকী মহ, : বলদ-গৰু গাই-গৰু, ইত্যাদি।

বিশেষ্যৰ যি লিঙ্গ, বিশেষণৰো সেই লিঙ্গ হয়, আৰু অনেক পুংলিঙ্গ বিশেষণৰ স্ত্রীলিঙ্গত গঢ় লবে ; যেনে, সুন্দৰ পুৰুষ, সুন্দৰী স্ত্রী ; ৰঙা-বলদ,, ৰাংগলী-গাই ; কঁুজা মুনিহ, কঁুজী তিৰোতা। বিশেষণৰ গঢ় নললিলেও বিশেষ্যৰ লিঙ্গকে বিশেষণৰ লিঙ্গ বুলি জানিব লাগে ; যেনে ভাল মুনিহ, ভাল তিৰোতা, ভাল কাপোৰ। ইয়াত মুনিহ, তিৰোতা, কাপোৰ এই কেইটা বিশেষ্যৰ যি লিঙ্গ, "ভাল" এইটো বিশেষণৰো সেই লিঙ্গ। কেতিয়াবা স্ত্রীলিংগ বিশেষণে ক্লীৱলিঙ্গ বিশেষ্যৰ গুণ দেখায়, তেতিয়াও সেই বিশেষনক ক্লীৱলিঙ্গ বুলিব লাগে: যেনে, কঁুজীঘৰ। ইয়াত কুঁজী এইটো স্ত্রীলিঙ্গ বিশেষণে ঘৰ এইটো ক্লীৱলিঙ্গ বিশেষ্যৰ গুণ দেখোৱা হেতু সিও ক্লীৱলিঙ্গ।

এই অভিধানত কোনো জাতিৰ বা ব্যৱসায়ৰ মানুহ বুজোৱা কোনো পুংলিংগ শব্দ পাচত বেষ্টন ৰেখাৰ মাজ "স্ত্রী" শব্দ দি তাৰ পাচত যি শব্দ লিখা গৈছে, সি সেই জাতিৰ বা সেই ব্যৱসায় কৰা মানুহৰ ভাৰ্য্যা আৰু সেই জাতিৰ বা সেই ব্যৱসায় কৰা তিৰোতা দুইকো বুজায় ; যেনে বামুণ ; (স্ত্রী) বামুণী, অৰ্থাৎ বামুণৰ ভাৰ্য্যা আৰু বামুণ জাতিৰ তিৰোতা; কুমাৰ; (স্ত্রী) কুমাৰণী অৰ্থাৎ কুমাৰৰ ভাৰ্য্যা আৰু কুমাৰৰ ব্যৱসায় কৰা তিৰী ইত্যাদি।

——

# হেমকোষ প্ৰসঙ্গত চিঠিপত্ৰ

[হেমচন্দ্ৰ গোস্বামীলৈ গুৱাহাটীৰ দুলালচন্দ্ৰ চৌধুৰী, হেমচন্দ্ৰ বৰুৱাৰ ভাতৃ তুলসীচন্দ্ৰ বৰুৱা, গোলাঘাটৰ ঘনশ্যাম বৰুৱা আৰু শীনাথ বেজবৰুৱাৰ চিঠি বেণুধৰ শৰ্মাৰ টোকোৰা বাহৰ কুটাৰ (আমাৰ প্ৰতিনিধি, ৩য় বছৰ। ষষ্ঠ সংখ্যা, ১৯৬৩চন, পৰা লোৱা হৈছে —লেখক]

গুৱাহাটী ৪ জুলাই ১৮৯৬

(১)

শ্ৰীশ্ৰীৰাম

প্ৰিয় গোসাই

আপোনাৰ ২ তাৰিখৰ দত্ত পৰামৰ্শ ঘটিত পত্ৰখনি পাই উৎসাহিত হৈছো আৰু সলাগ লৈছো। হেমবাবুএ তেওঁৰ ইষ্টেটৰ কাজ কৰিবলৈ যি তিন জনক "একসিকিউটৰ" পাতি থৈছিল তাৰ এজন (জীৱন ফুকন) তেও জীয়াই থাকোতেই চুকাল এজনক আদালতে মঞ্জুৰ নাৰাখিলে এই নিমিত্তে মই অকলসৰিয়া হৈছো। আপুনি যিবিলাক কাৰণ দেখুওৱাই হেমবাবুৰ অভিধানখনি ছাপিবলৈ আমাক গবৰ্ণমেণ্টক প্ৰাৰ্থনা কৰিবলৈ লেখিছে সেই কথাত মই সম্পূৰ্ণৰূপে মান্তি হৈছো কিন্তু এই সম্পৰ্ক উইলত একসিকিউটৰৰ" ওপৰত স্পষ্টকৈ কোন ভাৰ দিয়া যেন দেখা নাজায় সেই সম্পৰ্কে জজ সাহাবৰ পেস্কাৰ অসন্মত হৈছে আৰু হেমবাবুৰ ভ্ৰাতা শ্ৰীতুলসীৰাম বৰুৱাৰ মতও লোৱা প্ৰয়োজন যেন ভাবি আজি তেওঁলৈ পত্ৰ লিখিছো এবং তেও সন্মত হবলৈ হেতুবাদও দেখুয়াইছো। মই সহসা প্ৰাৰ্থনা কৰিলে তেও যদি পাছে অমত হৈ বিপৰিত ভাবে জনায় তাত তাকে ছেগ ধৰি গবৰ্ণমেণ্টও সন্মত নহব পাৰে এতেকে গুৰিবান্ধি কাজ কৰা ভাল। তেওৰ উত্তৰ পালেই আপোনাক জানিব দিম আৰু যথা বিহিত কৰাব। ইয়াৰ ভিতৰত আপোনালোকৰ মতে

গেইট সাহাবলৈ যি ২ কথা লেখি যি ৰূপে প্ৰাৰ্থনা কৰা প্ৰয়োজন যেন ভাবিছে তাৰে এডুখৰি পাণ্ডুলিপি মোলৈ পঠাব দিব। ইতি

নিবেদনম্।

শ্ৰীদুলালচন্দ্ৰ চৌধুৰী

(২)

শ্ৰীশ্ৰীৰাম

গুৱাহাটী ১১ জুলাই ১৮৯৬

প্ৰিয় গোসাই,

আপোনাৰ ৭ তাৰিখৰ পত্ৰ পাইছো। শ্ৰীযুত তুলসীৰাম বড়ুৱাৰ পৰা কালি পোষ্ট কাৰ্ড এডুখৰি পালো। তাত তেওঁ হেমচন্দ্ৰ বড়ুৱাৰ অভিধান ছাপাৰ সম্বন্ধে এইদৰে লিখিছে—

"অভিধানখন পূৰ্ব্বে ককাইদেৱে শ্ৰীৰমাকান্ত কাকতিক ছাপা কৰিবৰ কাৰণ দি গৈছে। যদি ইতিয়া সিবিলাক ছাপা কৰিবৰ কাৰণ অসমৰ্থ হয় তেহে গেইট সাহাবলৈ জনাব পাৰি এই বিষয়। মই শ্ৰীসত্যনাথ বড়ালৈ লিখিছো। অনুগ্ৰহ কৰি আপুনিও তেওঁক সুধিব। শ্ৰীহেম গোস্বামিএও শিলংগৰ পৰা মোলৈ লিখিছে। মই বড়াৰ উত্তৰ পালে গেইট সাযাবলৈ জনাম"।

মই আজি শ্ৰীযুতসত্যনাথ বড়াক কছাৰিত লগ ধৰি সুধিম আৰু তেওঁৰ পৰা যি উত্তৰ পোৱা যায় জানিব দিম। তুলসী বাবুএ নিজে জনাবৰ ভাব প্ৰকাশ কৰাত মোৰ পিনে সেই সম্পৰ্ক নিৰৱ থাকিব লগিয়াত পৰিছে। তেওঁ মোৰ ওপৰত ভাৰ দিবলৈ ভাল নাপায় হবলা।

আপোনাৰ নিজৰ বিষয় আপুনি যি ৰূপে ভাবিছে ভবিষ্যতে সেই ৰূপে বিপদ হবৰ আশঙ্কা থাকিলেও বৰ্ত্তমান কোন দুৰ্ঘটনা হবৰ সম্ভৱ যেন দেখা নাই। তেওবিলাক জ্ঞানী লোক, পৰাত

কেতিয়াও আপোনাক বিপদস্থ নকৰায় আৰু মই যিমান বুজিব পাৰিছো লেঠা মাৰিবলৈ মনযোগী হৈএ আছে। আপুনি কেতিয়া কোন কথা কলে অসন্তোষহে পাব অথচ শিঘ্ৰ একো প্ৰতিকাৰও নহব মোৰ মনে অলপ অপেক্ষা কৰি তেওঁবিলাকক সময় দিয়াই ভাল। মাজে ২ ইয়াকে জনাব পাৰে যে মোৰ ঋণ থকা সাহাবে গমপালে বেয়া হবৰ সম্ভব। সেইএ বিশেষৰূপে সতৰ্ক কৰা হব। আপুনি পূৰ্ব্বেই এইবিলাক ভাবি কৰ্ম্মত প্ৰবৃত্ত বা অপ্ৰবৃত্ত হব লাগিছিল ইতিয়া ইংৰাজী মতে too late হৈছে।

দুলালচন্দ্ৰ চৌধুৰী

পুঃ—শ্ৰীযুত সত্যবাবু সহিত কছাৰিত আলাপ কৰা হল। তেও গবৰ্ণমেণ্টৰ পৰা ছাপা হলে বৰ ভাল পায়। কোনেও আগ নবঢ়াতহে তেওঁবিলাকে ছাপাব খুজিছিল। তুলসী বাবুলৈও সেইৰূপে উত্তৰ দিব খুজিছে।

শ্ৰীদুলাল
শিৱসাগৰ
৮ জুলাই (১৮৯৬)

(৩)

পৰমকল্যানবৰেষু,

আপোনাৰ পত্ৰ পালো। পূৰ্ব্বে ককাইদেওৱে অভিধানখন ধীৰমাকান্ত প্ৰভৃতিক চাপাৰ অৰ্থে দি গৈছে আৰু সিবিলাকেও যতন কৰিছে— এতেকে মই তাতে সত্যনাথ বড়ালৈ পত্ৰ দিছো যদি সিবিলাকে চাপা কৰিব নোৱাৰে তেন্তে পত্ৰোত্তৰ পালে মই শ্ৰীযুত গেট সাহাবলৈ প্ৰাৰ্থনা জনাম। আৰু আমাৰ অঃ ভাঃ উঃ সাঃ সভাৰ পৰাও লেখিম। ৰমাকান্ত কাকতী প্ৰভৃতিয়ে কিতাপ ছপা কৰিব পাৰিবনে নোৱাৰে এইবিষয়ে আপুনিও অনুসন্ধান কৰি শীঘ্ৰে মোলৈ লেখিব।

এক প্ৰকাৰ ভালে আছোঁ।

শ্ৰীতুলসী
(শ্ৰীতুলসী চন্দ্ৰ বৰুৱা
হেমচন্দ্ৰ বৰুৱাৰ ভাতৃ)

(৬)

[হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলীৰ পৰা :
হেমচন্দ্ৰ গোস্বামীলৈ দিয়া চিঠি]

Shillong
The 30th January; 1897,

Dear Sir,

Herewith a proof (with manuscript) of pages 1-30 of the 'Asamia Hemakosh'. Please revise it carefully and return the proof with the manuscript to this office at a very early date.

I also enclose a list of Assamese peculiars which are not in stock in the Shillong press. They have been indented for but to await their receipt will very surely delay the work of printing of the Dictionary. Please examine the list carefully and report if they are all absolutely necessay. If only a few are requied they can no doubt be obtained much more quickly than a large number. The English portion of the proof is being read by me.

Your truly
E. A. Gait.

(৭)

Tezpur
April 15, 1890

My dear Ghossein,

I am very anxious. Bear in mind. Write to me fully all about Jonaki & Dictionary

Yours affectionately
C. K. A.

(৮)

Tezpur
11.5.90

My dear Ghossein,

Your long letter has a ring of charm round it. I am well pleased with the same. Your Hem Babu has been wise enough to commit his Dictionary to our care, or else it might have been published at no time. Be wise in your turn, strike the iron while it is hot. Try every means at your disposal to get subscribers to your dictionary. Do a big thing if you can.

Yours affly
C. K. A.

শেহৰ দুখন চিঠি চন্দ্ৰকুমাৰ আগৰৱালাই হেমচন্দ্ৰ গোস্বামীলৈ লেখা। ইয়াত কলিকতাৰ অসমীয়া ছাত্ৰসকলে হেমকোষ প্ৰকাশ কৰিবলৈ কৰা চেষ্টাৰ কথা উল্লেখ কৰা হৈছে। —লেখক

(৪)

Golaghat
The 27th Aug. 1896

My dear Gosain,

I must have acknowledged long ago the receipt of your Hemchandra "Memorial letter" and your foot-note therein. I am sorry you have not had time to write me the promised letter. I have to thank the Assam correspondent who makes the deserving criticism on your "Memorial' project. The voice seems to echofrom a Kamrupi village and I am sorry that such an unbusiness like proposal should have started from you as would leave room for a village correspondent to find such palpable faults on the face of it. I hope you have no objection to admit that in justice to him you should call him just in his observations. It you really wish to do something, please make a definite proposal so that people may form an idea of what would be proper for them to contribute. If the collections do not come up to the desired standard, to do anything else will be also open to you. Please let me hear on this early.

I have heard that a request has gone to the Govt. to publish the Dictionary. Is it time? If so, please let me know what the Govt. has resolved to do. I hope you will take every opportunity of showing the necessity of the Govt. undertaking the publication to the Secretary.

Hoping this finds you quite well. I am

Your —Ghanasyam

(৫)

To

Srijut Hemchandra Goswami
Secretary, Shillong

গোলাঘাট
৬ আগষ্ট' ৯৬

যথাবিহিত সন্মানপূৰ্ব্বক নিঃ

আপোনাসকলৰ চিঠি পোৱা হল। আমিও গোট খাই আপোনাসকলৰ আহিৰে সেই সজ কাৰ্য্য কৰিবলৈ আগ বাঢ়িছোঁ। আপোনাসকলৰ উৎসাহ বঢ়োৱা চিঠি পাই মন ৰঙ্গতে বিভোৰ হৈছে আৰু সেই বাবে সকলোৱে শলাগ লৈছোঁহক। কাৰ্য্য কেনে হয় আৰু কি ফল ধৰে জনোৱা হব।

বাবু
শ্ৰীশ্ৰীনাথ বেজবৰুৱা

## অসমীয়া ভাষা পুনৰ প্ৰচলনৰ বিৰ্দেশ

Resolution
General Department
Education
Calcutta, the 19th April, 1873

Read again—

Letter No. 3045, dated 17th May, to the Commissioner of Assam asking for a report on the language used in the courts of Assam, and inquiring why Assamese should not be substituted for Bengalee as the language of courts and schools in Assam.

Reply from the Commissioner, forwarding a collection of opinions from district and sub-divisional officers of Assam, and from other gentlemen whom the commissioner consulted.

Resolution— The Lieutenant Governor observes that for many years there have been differences of opinion on the question whether the Assamese language ought to be recognised as the court and school language of Assam. Mr. Moffat Mills, after completing a tour through Assam, and questioning carefully all the Government officers and people all over the country, wrote in 1853 :— "The people, complain and in my opinion with much reason, of the substitution of Bengallee for the vernacular Assamese. Bengallee is the language of the courts, not of the popular

books and shastras, and there is a strong prejudice to its general use. It is because education is imparted to the youths in a foreign tongue that they look only to Government for employ." Assamese is described by Mr. Brown, the best scholar in the province, as a beautiful, simple language, differing in more respects from, than agreeing with, the Bengalee; and I think we made a great mistake in directing that all business be transacted in Bengalee, and that the Assamese must acquire it. It is too late now to retrace our steps, but I would strongly recommend Anandaram Phookun's proposition to the favourable consideration of Council of Education, viz. the substitution of the vernacular language in lieu of Bengallee, the publication of a series of popular works in the Assamese language, and the completion of the course of vernacular education in Bengallee." The highly educated native of Assam, quoted by Mr. Mills, stated in Appendix J to Mr. Mills' report that "for more than ten years after the annexation of the province, the Assamese was the language of the courts." And he argued that Assamese was no near akin to Bengallee then Ooriah was, and that the people of Assam had as much claim to use their own ve nacular, as had the people of Orissa,

2. Since Mr. Mills and Anandaram Phookun wrote in 1853, more or less agitation has gone on time to time for the recognition of Assamese as the language of the courts: the missionary and

the indigenous schools have continued to teach Assamese; one or more vernacular newspapers, calling themselves Assamese, have spring-up. The late offiiciating Commissioner, Colonel Haughton foramlly recommended that Assamese should be made the language of the courts. Colonel Haughton's recommendation was not approved by the Government of Bengal; but meanwhile all civil officers serving in Assam were conpfelled to pass in Assamese just as Bengal officers have to pass in Bengallee or North-Western province's officer's in Hindustanee. Recently memorials from different parts of Assam have been presented to the Lieutenant Governor upon the subject; and he has himself held in other parts of India that the vernacular of a people ought not to be allowed out of a country in favour of a another language which happens to be the vernacular of a neighbouring, more numbers and more educated people. The tendency of the Government of India and of the legislation of late years has been to permit the vernacular of each province to be used in its courts. The facts and memorials of the last few years have shown that the Assamese Language is still the Vernacular of the people. Accordingly Lieutenant Governor caused reports to be called for upon the subject in the following words:—

"His Honour the Lieutenant Governor has recently had before him more than one petition from Assam, praying that Assamese instead of Bengallee may be made the language of the

Government scoools and the Government courts i Assam Your opinion on this points, the Lieutenant-Governor gathers to be, that Bergallee and Assamese are so nearly akin that Bengallee may well be left as the language both of schools and courts.

'But it would appear from Colonel Hanghton's letter of the 28th November and also from some of the correspondence quoted above that Assamese is taught in the Missionary schools; that there are books and a dictionary published of the Assamese language; and that there have been on and off, from time to time, expressions of feeling in different parts of Assam in favour of the adoption of Assamese as the language of the courts.

"The Lieutenant-Governor would now ask you to consider the matter fully with reference to the above consideration, and to send a copy of this letter to, and obtain from, each of the Deputy commissioners of your divisions a report upon the languages used in their courts and regarding the propriety of substituting Assamese for Bengallee. The Lieutenant Governor would particularly wish to know from each district what language the people speak when they come to court; what they speak at home in their own houses; and whether there do occur from time to time cases of practical difficulty or inconvenience from the use of Bengallee as the court language. His Honour would also inquire what language is taught in the few indigenous rchool there may

be, and in the mission schools all over the division, and whether any considerable proportion of the amrah of the Assam offices and courts are Assamese. He wishes not only to know whether the objections to the use of Bengallee are insuperable, but also what reason there is for using Bengallee among an Assamese people. Prima facie it would seen national to use Assamese; and if we are to use Bengallee, it must not only be shown that the evils of that course are not intolerable, but also that there is strong reason for adopting an apparently surprising course".

3. A report has now been received from the Commissioner, together with reports from all the Deputy Commissioners and some of the more experienced Sub-Divisional Officers in the Valley districts of Assam. and also reports from other officers when the commissioner consulted. Colonel Hopkinson is hemself decidedly in favour of retaining Bengallee as the language of the courts and schools in Assam. He mention that no reports are submitted from the hill districts, as neither Bengallee nor Assamese is spoken in these districts.

4. The Lieutenant-Governor has given his full consideration to the views of the Assam Officers and he is much indebted to them for the careful way in which they have handled this important matter.

The majority of the Deputy Commissioners and experienced Assistant commissioners are, the Lieutenant-Governor finds, infovour of Assamese;

and generally it may be obeserved that the Bengallees, and the officers who have been but a little time in the province, or do not understand its language, are against Assemese, while those who have had most practical experience are for it, excepting Mr. A.E. Camphell. This latter officer is employed in in the lowest part of the lowest district of Assam and seems to have been formerly the advocate of Bengallee, the the argument for which he well puts.

No amount of argument about derivative affinity can get over the fact clearly testified to, and nowhere really contradicted, that the people of Assam do not understand Bengallee and that the petitions written in their name and the court proceedings are unintelligible to them; while the recent agitation proves clearly that the majority of the Assamese much wish to have their own language for educational and court purposes.

5. The only real difficulty in the way of recognising Assamese as the vernacular of the province is the pancity of higher school books in the language and that difficulty is greatly mitigated by the fact, so much dwelt upon by those who favour Bengallee, that a read literate person who knows one of the two languages can soon master the other. For teaching the higher classes of schools, therefore, when Assamese books can not be got, we must use Bengallee school books. Subject to this limitation,

Assamese must now, the Lieutenant Governor considers, he introduced in to all the courts and schools of the valley districts of Assam. Bengallee words may be employed for technical term for which there is no Assamese equivalant, and for which English words cannot be conveniently introduced but for the rest. Assamese must be used bona fide as the court and school language of Assam. The recent orders of the high Court have, it is understood from Major Lamb's and Major Camplell's reports, virtually made the use of Assamese compulsory in petitions and such like documents.

6. In all primary schools Assamese will be taught to the exclusion of Bengallee; also in all middle schools; and in lower middle classes of higher schools. When a class of twelve or more boys wise for it, Bengallee may be separately taught as a language. In the upper classes of higher schools every subject in which there is an Assamese book is to be taught in Assamese; subjects in which Assamese school books do not exist, can be taught either in Bengallee or in English. The Inspector of Schools, Assam circle will be at once instructed to make a careful and exact report upon the subject of Assam school books now available and the best means of procuring them.

By order of the Lieutenant Governor of Bengal.

C. Bernard

Offg. Secretary to the Goverment of Bengal.

From

The offg. Secretary to the Government of Bengal in the General Department

To

The Director of Public Institution

Darjeeling, The 18th June, 1873.

General Department

Education.

Sir,

With reference to your letter No. 72T, dated 10th June, and enclosures the Lieutenant-Governor desired me to state that he would not interfere with the orders of the Commissioner of Assam as the rejection of the Primer which you enclose. It appears that the author is Assamese; but the Committee who hassed the book consist of two Kamrup officers and a native, who from his name, would seem to be a Bengallee. The Primer itself does not seem to be well got up as to type.

2. The Lieutenant-Governor would suggest, for the consideration of the commissioner of Assam, that he should offer a reward of as 500 for the best, and Rs 100 for the second best, set of Assamese Primers, to con-

sist of not more than three and not less than two books of duodecimo pages each, the copyright of and property in the prize-books to belong to Government. If Colonel Hopkinson thought right, competitors might be called upon to send in their manuscripts to the Deputy Commissioner of one of the upper or middle Assam district, not later than the 1 st October, and the manuscripts might be submitted to a committee consisting of one civil officer, one educational officer, atleast one educated Assamese, and perhaps one of Missionaries who have studied the Assamese Language and have been engaged on education in upper or middle Assam. On receiving the Committee's report the commissioner might award the prizes, select the primers he would adopt for use in Assamese primary schools, and officer an honorarium of Rs 100 each of the non-official members of the Committee who may be good enough to take trouble in the matter.

3. Perhaps it would be best to send the manuscripts down to the Alipore Jail Press, or to the Secretariat or Baptish Mission Press, to be printed. The final proof would be sent up for correction to such officers in Assam as the Commissioner might appoint under the proofs were finally corrected, the matter could then be struck off at a very small outlay for each 10,000 copies that might be wanted. You would be able to arrange with Deputy Inspector

of Schools, Calcutta. for seeing the Primers through the press. If each primer could be sold in Assam for half an anna, perhaps its price would be within the means of the poorest.

4. The Accountant General will be directed to hass against the grant for the encouragement of vernacular publications any outlay that the Commissioner of Assam may see fit to incur within the limit of the suggestion, now conveyed.

I have the honour to be,
Sir,
Your most obedient servant.
C. Bernard,
Offg. Secretary to the Government of Bengal.

## বঙালী পণ্ডিত ৰমেশচন্দ্ৰদত্তৰ অভিমত

(Opinion elicited by the Government on an analysis and criticise of the Assamese Dictionary compiled by Rev. M. Bronsen (1867 A.D) showing that 591 out of 688 fisrt words of it were Bengali).

Memoramdum by R.C. Dutta, Assistant Magistrate and Collector, 24 Pergunnahs.

"...In going over some 60 pages of the Dictionary, the question I always put to myself was this is the Assamese word, of written or pronounced by an Assamese, at once intelligible to a Bengallee ?

It will be observed that a very large proportion of words beginning with অ (a) is marked as Bengallee, while much smaller proportion of words beginning with আ (a), ই (i), ঈ (I) and উ(U) are Bengallee. The reason, I believe is this it is a Sanskrit prefix very commonly used, having a nagative sense (like un in English) and there are also many other Sanskrit prefixes অপ, অব, অনু, অধি অভি, etc all beginning with অ...

I have only to add that making the words of a dictionary might indicate a greater resemblance between the two vernaculars than what actually exsit. for in a dictionary every word finds place only once, and in conversation as well as in books, the short, and I may say familiar words are more frequently used than the classical long-tailed words, and it is precisely in the short familiar words that the Bengallee totally differs from the Assamese while the classical words coming from the common parent Sanskrit, are ganeraly to be found in both the languages.

It will just be well to mention that notwithstanding repeated endeavours, I have herdly been able to make out ran the perment of of the Assamese, preface to this Dictionary.

I have known an educated young Assamese for many years, and I could never understand him when he spoke Assamese, or quoted from Assamese poetry.

## 'ৰ' আখৰ প্ৰচলন বিষয়ক চিঠি-পত্ৰ

(চীফ কমিছনাৰৰ সচিবৰ চিঠিৰ পৰা উদ্ধৃতি

Extracts from a letter from the Secretary to the Chief Commissioner of Assam to the Inspector of school Assam

No. 381G. dated 8th. May 1874.

"It has been brought to the Chief Commissioner's notice that the Assamese have added one letter to the Sanskrit alphabet the letter in question is thus formed ৰ. The Chief Commissioner would not accept an addition to the most scientific of alphabets unless there are historical grounds for it. The Chief Commissioner was of opinion that it (the Sanskrit alphabet) was the most exhaustive of alphalets".

No, 442

From, C. A. Martin Esquire L. L. D.
Offg : Inspector of Schools-Assam

To.

Babu Hem Chandra Sarma.
Dated Shillong, the 13th May 1874.

Sir,

With reference to the last paragraph of your letter dated Gowhatty 24th April 1874 I beg,

